Unity. Purity Service

একতা—পাবিত্ৰতা—সেৱা

# ভাৰত-সমাজ-পূজা



ভাৰত সমাজ পূজা মন্দিৰ ।

প্ৰবৰ্ত্তক—জে, কৃষ্ণমূৰ্ত্তী ।

অনুবাদক আৰু প্ৰকাশক } শ্ৰীহৰিপ্ৰসন্ন তামুলী ফুকন ।

Thus is the attempt kept on to serve as a channel for Devine Love and Grace to bless and Sanctify the world. The true ritualist is a spiritual engineer and architect who is all the time constructing not for himself but for others.

# ভাৰত-সমাজ-পূজা।

DISTRICT LIBRARY
(HEM BARUA COLLECTION)
TEZPUR.

অনুৱাদক আৰু প্ৰকাশক।

শ্ৰীহৰিপ্ৰশন্ন তামুলী ফুকন।

উজানবাজাৰ গৌহাটি।




১৯৩৮



শ্রীমৎ কৃষ্ণমূর্ত্তি—(এই পূজার প্রবর্ত্তক)

Dedicated to my ever-celibate Gurudeb—the source of my happiness and Peace—the sole creator of my being-

HARIPRASANNA TAMULY PHUKAN.
the Translator and the Publisher
of thd Pooja.—1338.

# শ্ৰীমৎ কৃষ্ণমূৰ্ত্তি।

১৮৯৬ খৃষ্টাব্দৰ ২৫ মে তাৰিখে মাদ্ৰাজৰ এঘৰ সাধাৰণ ব্ৰাহ্মণৰ ঘৰত এওঁৰ জন্ম হয়। সেই ঘৰৰ অষ্টম সন্তান হৈ জন্ম হোৱাত সামাজিক ৰীতিমতে তেওঁক বৰ মৰমেৰে আপডাল কৰি তুলিছিল, কিন্তু পিতাকৰ অৱস্থা সুচল নোহোৱাত মহামতী এনি বেচাণ্টক দি দিয়ে আৰু তেওঁতে এওঁৰ গাত অসাধাৰণ প্ৰতিভা দেখা পাই, সাদৰেৰে তোলনীয়া পুত্ৰ কৰি ললে। কৃষ্ণমূৰ্ত্তী ডাঙৰ হলত ধনী মানুহ কেই গৰাকীয়ে পিতাকৰ লগত যোগ হৈ, কৃষ্ণমূৰ্ত্তীক পুনঃ পিতাকৰ লগলৈ আনিবলৈ মকৰ্দ্দমা কৰে। স্থানীয় আদালতে আৰু হাইকৰ্টে পিতাকৰ ফালে ৰায় দিয়ে, কিন্তু আপিলত Privy councilএ এনি বেচাণ্টকে দিলে। ১৯১০ চনত, ১৪ বছৰ বয়সত কৃষ্ণমূৰ্ত্তীয়ে ঋষিসকলৰ পৰা প্ৰথম দীক্ষা পায়, ১৯১২ চনত এপ্ৰিল মাহত ১৬ বছৰ বয়সত পুনঃ দ্বিতীয় দীক্ষা পায়। ১৯২৭ চনত নিৰ্ব্বান Nirbanic conciousness লাভ কৰে। তেওঁ নিজেই কৈছে—As the river enters the sea and lose itself in the sea, so Krishnamurti has entered into the Life which is repressented by some as the Christ, by others as the Budha, by others still as the Lord Maitrya. Lilly Heber নামৰ P H. D উপাধিপ্ৰাপ্ত এমেৰিকান প্ৰফেচাৰ এজনে Krishnamurti and the world crisis আৰু The Man and His Mersage নাম দি এওঁৰ বিষয় ২ খান কিতাপ লিখিছে। পাঠক সকলে এই কিতাপ পঢ়ি সবিশেষ জানিব পাৰিব। কৃষ্ণমূৰ্ত্তিৰ তলত লিখা কিতাপ কেইখন আধ্যাত্ম পথৰ যাত্ৰী সকলৰ বৰ্ত্তি স্বৰূপ।

(১) At the feet of my master.
(২) The Kingdom of Happiness.
(৩) Life in Freedom.
(৪) The Path.
(৫) Education as service.
(৬) Camp fire Talks.

সেৱক—

শ্ৰীহৰিপ্ৰসন্ন তামুলী ফুকন।

# পাতনি

যি সকলৰ পূজাত ৰাপ আছে আৰু কেইবাজনো সন্মিলীত হৈ পূজা কৰিবলৈ ইচ্ছা কৰে, তেওঁলোকৰ নিমিত্তে জে, কৃষ্ণমূৰ্ত্তিৰে কিছুমান বেদমন্ত্ৰ একেলগ কৰি এই পূজা পদ্ধতি ডাঙি ধৰিছে। ১৯২৫ চনৰ ডিচেম্বৰ মাহত এই পূজা আৰম্ভ হয় আৰু এনি বেচাণ্ট আৰু লিড্ বিটিৰ চাহাবে এই পূজা কৰোতে কি পৰিবৰ্ত্তন হয় তাক লক্ষ কৰি লিখিছে "It was found that the most wonderful changes took place on the higher planes during the ritual, and a vehicle was created to receive a magnificent down pouring of spiritual life and power". এই পূজা কৰোতে উচ্চ জগতত বৰ আচৰিত ধৰণৰ পৰিবৰ্ত্তন ঘটে আৰু আধ্যাত্মিক জীৱণ আৰু শক্তিৰ মহৎ বৰিষণ ধাৰণ কৰিবলৈ এক আধাৰ সৃষ্ট হয়।

জাৰ্ম্মানিৰ মাৰ্বাগ বিশ্ববিদ্যালয়ৰ অধ্যাপক Professor Rudolf Otto চাহাবে লিখিছে।

* * * * * *

"Far better than what books and texts can help us to feel about a religion, the spirit of this worship, to us so unfamiliar and of such a different kind, give us an experience of the transcendental."

## এই পূজা প্ৰধানকৈ গায়ত্ৰী মন্ত্ৰৰ ওপৰত প্ৰতিষ্ঠিত

এই গায়ত্ৰী মন্ত্ৰ সুদূৰ অতীতৰ পৰা ভাৰতবাসী সকলৰ দ্বাৰা উচ্চাৰিত হব লাগিছে আৰু দেৱতাৰ জগতে ইয়াৰ প্ৰত্যুত্তৰত স্পন্দন কৰিবলৈ অভ্যস্ত হৈছে। শুদ্ধান্তঃকৰণে এই মন্ত্ৰ উচ্চাৰণ কৰিলে সূৰ্য্যৰ বিমল জ্যোতীধাৰা আহি নিজ হৃদয়কেন্দ্ৰ জাগৰিত কৰে। Bishop Lead beater চাহাবে দিব্য দৃষ্টিৰে চাই কৈছে যে এটি ৰশ্মিধাৰা আহি, গায়কৰ ওপৰত পৰেহি আৰু তেওঁৰ পৰা তেওঁ মুখ কৰি থকা ফালে ৭ ভাগ হৈ বিয়পি পৰে আৰু তলত দিয়া চিত্ৰত ইয়াৰ প্ৰভাৱৰ লক্ষণ দেখুৱা হল।



শ্ৰীমৎ কৃষ্ণমূৰ্ত্তীয়ে কয় যে সকলো পূজা, অৰ্চ্চনা, জপ, হোম, নিজে শিকি, নিজে কৰিব লাগে; অন্যৰ হাতত সমৰ্পণ কৰি, নিশ্চিন্ত হৈ বহি থাকিলে সম্যক ফল নেপায়। এই পূজাৰ বিষয় তেখেতে এটি সুন্দৰ পাতনি লিখিছে, তাৰ অসমীয়া ভাঙনি ইয়াত দিয়া হল। তেখেতে লিখিছে।

"সকলো ঈশ্বৰ বিষয়ক ক্ৰিয়াৰ উদ্দেশ্য হৈছে শক্তি জাগৃত কৰা। এই ক্ৰিয়াই কেৱল তোমাক হে যে সহায় কৰিব এনে নহয়। ওচৰৰ চবুৰীকো সহায় কৰিব। Leadbeater চাহাবে লিখিছে যে যেতিয়া গায়ত্ৰী অৰ্থবোধৰে সৈতে আৰু বুদ্ধিৰে সৈতে আবৃত্তি কৰা হয়, ইয়াৰ প্ৰভাব আদিয়াৰৰ (Adyar) পৰা বৰ্ম্মালৈকে বিস্তাৰ হয়। আমাৰ পূজাত পুৰোহিত বুলি বিশেষ ক্ষমতা পোৱা কোনো মানুহ নাই। এই পুৰোহিত জন কেৱল সমাজৰ ভিতৰত প্ৰধান।" ১। The leader is only the "Primus Inter pares" first among equals. আমালোক সকলোৰে সেই চিন্তাৰ আকৃতি গঢ়িবলৈ কাম কৰিছো। কেৱল পুৰোহিত জনক হে কৰিবলৈ এৰি দিব নেলাগে। পুৰোহিতৰ লগত তাল দি যাব লাগে।

হিন্দু-পূজা এতিয়ালৈকে প্ৰায়েই ব্যক্তিগত ভাবে কৰা। এই পূজাৰ দ্বাৰা বাজহুৱা পূজাৰ সূচনা কৰা হৈছে। আমালোকে এই পূজাত বিশেষ ফল ধৰাবলৈ সহযোগিতা কৰিবলৈ শিকিব লাগিব আৰু যদি তাল দি যাব নোৱাৰো, আমি মনে মনে থকা উচিত আৰু চিন্তা অৱয়ৱত মনোনিবেশ কৰা উচিত। পৰিস্কাৰ পৰিচ্ছন্ন হৈ মন্দিৰলৈ আহিব লাগে। যদি তুমি অপৰিস্কাৰ হৈ অহা, শক্তি তোমাৰ ভিতৰেদি আহিব নোৱাৰে। আৰু পূজা কৰাৰ ভাব লৈ পূজা কৰিবলৈ আহিব লাগে। তোমাৰ ভক্তি আৰু শাৰীৰিক পবিত্ৰতা হব লাগিব।

মনত ৰাখিবা যে পূজা কৰাৰ প্ৰথমতে নিজক পবিত্ৰ কৰি লব লাগে। পুৰোহিতে নিজকে আৰু ৰাইজক "অপবিত্ৰঃ পবিত্ৰো বা" এই মন্ত্ৰৰ দ্বাৰা পবিত্ৰ কৰি লয়; মনত ৰাখিব যে এই কামটো যেন ব্যক্তিগত নহয়। মনত আৰু হৃদয়ত ঈশ্বৰক ভাবি নিজকে নিজে পবিত্ৰ কৰা হয় আৰু এইটো শক্তি খটাই কৰিব লাগে, কাৰণ হিন্দু ধৰ্ম্মই শক্তি ভাবৰ চৰ্চ্চা কৰে। মন্ত্ৰ উচ্চাৰণ কৰোতে সদাই নিশ্চয়াত্মিকা বুদ্ধিৰে কৰিব লাগে। তুমি যদি সবল হোৱা আৰু ভাব আৰু বুদ্ধি যদি দৃঢ় হয়, তেনেহলে তুমি এনেকুই কৰিব পাৰিবা। যদি ভালকৈ ব্যৱহাৰ কৰিব জানা, তেনেহলে জানিবা যে ভাবনাই সকলোসিদ্ধিৰ মূল।

ইয়াৰ পিচৰ "সূৰ্য্যশ্চ মা" এই মন্ত্ৰৰে দেৱতা সকলত আহ্বান কৰা হয় যাতে তেওঁলোকে আমাৰ শৰীৰ পবিত্ৰ কৰিব পাৰে আৰু আমাৰ শাৰীৰিক, চিন্তা বিষয়ক মানসীক পাপ, অনৰ্থক গল্প কৰা আৰু নিষ্ঠুৰ বাক্য প্ৰয়োগ কৰাৰ দোষ নিবাৰণ কৰিব পাৰে। মানৱৰ প্ৰত্যেক কামৰে তিনিটা ভাগ আছে, যেনে—(১) কৰ্ম্মৰ উদ্দেশ্য, (২) কৰ্ম্ম, (৩) কৰ্ম্মৰ পৰা হোৱা সুখ বা দুখ ভোগ কৰা, জন্তুবিলাকৰ কেৱল এটা স্বাভাৱিক বুৎপত্তি (Instinct)। জন্তুৱে ভাৱনা অনুভৱ কৰে। সেইমতে গতি কৰে আৰু কাম কৰে আৰু ইয়াতে শেষ। তুমি এই মন্ত্ৰৰ দ্বাৰা তিনিভাগ কৰ্ম্মৰ পৰা পবিত্ৰ হোৱা, আৰু অমৃতত্বৰ নিকষ-পাথাৰত কল্পনা কৰি শেষ কৰা আৰু সূৰ্য্যক

প্ৰাৰ্থনা কৰা যাতে তেওঁ তেওঁৰ উজ্জ্বলমান শক্তিৰ দ্বাৰা তোমাক পবিত্ৰ কৰে। তুমি উধানত বহা আৰু যদি তুমি একাগ্ৰ হব পাৰা, তেনেহলে সূৰ্য্যই তোমাক পবিত্ৰ কৰিব পাৰিব।

প্ৰত্যেককে এইদৰে পবিত্ৰ কৰি, ঠাইডোখৰ ভূত প্ৰেত আদিৰ পৰা পবিত্ৰ কৰা, এইটো ন্যায়সঙ্গত। পুৰোহিতে ঘণ্টা বজাব। তোমালোকে সকলোৱে সহায় কৰা। যেতিয়া কোৱা "শিবাস্তুয়া" তেতিয়া তোমালোকৰ শক্তি নিক্ষেপ কৰা।

যেতিয়া পুৰোহিতে কব "ওঁ ভূভুৰ্বঃ স্বঃ" তেতিয়া ব্যোমৰ কৱচে ঠাইডোখৰ চাৰিওপানে ঘেৰি ধৰিব আৰু বাধা দিয়া কোনো কাৰণ আহিব নোৱাৰে। সেই ঠাইডোখৰ কেৱল উচ্চতৰ জগতৰ পৰা শক্তি আহিবলৈ মুক্ত কৰি থোৱা হয়।

* * * *

পূজাৰ প্ৰথম ভাগ এইৰূপে শেষ কৰা হয়। পুৰোহিতে পানী সকলোকে ভগাই দিয়ে আৰু ইয়াৰে সৈতে গোটেই ৰাইজ পবিত্ৰ হয় আৰু তাৰ পিচত ঠাইডোখৰো পবিত্ৰ হয়। তাৰ পিচত তিনি লোকত মন্দিৰৰ চিন্তাৰয়ব কল্পনা কৰা হয়। তাৰ পিচত ধুপ ব্যৱহাৰ কৰা হয় আৰু ইয়াৰ দ্বাৰা বায়ুমণ্ডল সুগন্ধিযুক্ত কৰা হয়। তাৰ পিচত কোৱা হয় "যেন দেবাঃ পবিত্ৰেন"। তুমি দেৱতাসকলক আহ্বান কৰা আৰু নিজেও পবিত্ৰ হোৱা। পোন প্ৰথমে উপযুক্ত নেতৃত্বৰ নিমিত্তে ইন্দ্ৰক আহ্বান কৰা হয়। তুমি অন্যক যথাবিহিত বাটেদি নিবলৈ শক্তি আৰু বল খুজিছা। তাৰ পিচত সোম দেৱতাক—উদ্ভিদ ৰাজ্যৰ গৰাকীক সুখ আৰু উন্নতিৰ নিমিত্তে আহ্বান কৰা হয়। উদ্ভিদ্ ৰাইজে আমাক সকলো সুখদায়ক খাদ্য যোগায়। এই মন্ত্ৰ পঢ়োতে প্ৰকৃতিৰ লীলা, শাৰীৰিক শক্তি আৰু উজ্জ্বলমান প্ৰকৃতিৰ কথা মনত ৰাখিব লাগে। তাৰ পিচত যথাযথ দৰ্শনৰ নিমিত্তে বৰুণক আহ্বান কৰা হয়। তাৰ পিচত "যমোৰাজা" ইত্যাদি। এই মন্ত্ৰৰ দ্বাৰা সকলো বিঘ্নকাৰী আৰু আসক্তিকাৰী কৰ্ম্মক ধ্বংস কৰিবলৈ যমৰাজক আহ্বান কৰা হয়। "জাতবেদাঃ মে জিয়ন্ত্যা" ইত্যাদি এই মন্ত্ৰৰ দ্বাৰা সূৰ্য্যক—সৃষ্টিকৰোতাক—শক্তি আৰু জ্যোতি দিবলৈ আহ্বান কৰা হয়। কেৱল নেতাজনৰ ওপৰত ভাৰ দিলেই নহব, সকলোৱে একাগ্ৰতাৰে সৈতে এই ভাবে চিন্তা কৰিব লাগিব। এতিয়া গায়ত্ৰী জপ কৰা হয়। পূজাত এই গায়ত্ৰী মন্ত্ৰই সৰ্ব্বপ্ৰধান। ওঁ ভূঃ ওঁ ভুবঃ ইত্যাদি কোৱা হয়। যাতে মন্ত্ৰ উচ্চাৰণ কৰিবলৈ নিজৰ শৰীৰবিলাক শান্ত ভাব ধাৰণ কৰে। তোমাৰ মন, ভাব, বোধশক্তি সকলো দিব্য ভাবত অনুপ্ৰাণিত হবলৈ বিচৰা, কেৱল ভগৱানেহে দিব পাৰা জ্যোতি দৰ্শনৰ নিমিত্তে মনটো জাগৃত কৰিব খোজা। তুমি নিৰতিশয় শান্তি, স্পন্দনবিহীনতা, আৰু নিশ্চয়তা আৰু এই নিশ্চয়তাৰ পৰা অহা শক্তিৰ কথা ভাৱিব লাগিব। বহু যুগৰ পৰা এই মন্ত্ৰ উচ্চাৰিত হব লাগিছে। এই কাৰণে এই ভূমি ইমান পবিত্ৰ। এই মন্ত্ৰ ধৰি ইচ্ছা শক্তিৰ দ্বাৰা পুনঃ পুনঃ উচ্চাৰণ কৰিব লাগে। তুমি এই অনন্ত শক্তিৰ বিষয় চিন্তা কৰিব খোজা; অৰ্থাৎ বুদ্ধিৰ জগতলৈ (Budhic plane) তোমাৰ ভাবনা শক্তি নিব খোজা; ইয়াৰ পিচত থকা শক্তিলৈ লক্ষ্য কৰা। আমি নিয়মিতমতে মন, বুদ্ধি আৰু ভাৱনা শান্ত ভাৱৰে চলাব লাগিব। গায়ত্ৰী

এক মুহূৰ্ত্তৰ নিমিত্তেহে কোৱা হয়। এই মুহূৰ্ত্তত সকলো একাগ্ৰ হৈ লগাবলৈ বেচি বথা নাই। এই মুহূৰ্ত্তত সকলো পাহৰা হব লাগিব আৰু যি বিচাৰিচা সকলো আয়ত্বাধীন হব লাগিব। এক অৰ্থকে ধৰি থাকিব নেলাগে। সকলোৱে একেলগে এই মন্ত্ৰ গাব লাগে। গায়ত্ৰীৰ বিশেষ কথা হৈছে "মানসিক জগতত সকলো এক" (on the Budhic plane all are one) এই কথা জগাই দিয়ে।

তাৰ পিচত অগ্নিক পূজা কৰা হয়। সূৰ্য্যৰ দৰে এঁও সকলোকে সমানে তাপ দিয়ে। প্ৰথম চাৰি শাৰী সুন্দৰ, উপমা। তাৰ পিচত দেখুৱা হৈছে যে অগ্নি অব্যয়। আগেয়েই আছিল, এতিয়াও আছে আৰু আগলৈকো থাকিব। অগ্নি আহিব বুলি একাগ্ৰতাৰে চিন্তা কৰিবা। মন্ত্ৰ গোৱাৰ পিচত এই জুই পবিত্ৰ হৈ পৰিব। যদি তুমি দৃঢ় বিশ্বাসে আহ্বান কৰিব পাৰা তেনেহলে অগ্নি নিশ্চয় আহিব। তেতিয়া তুমি কবা "অগ্নয়ে স্বাহা"। জুইৰ কাঠি ডাল, যি ডাল তুমি অৰ্পণা কৰিব খুজিচা, তুমিয়েই সেই ডাল বুলি ভাবিবা। এই ডাল সূৰ্য্যক দিবা আৰু কবা, এই ডাল মোৰ নহয়। এতিয়া তুমি পবিত্ৰ হলা আৰু পূজাত তিনি ও নোবলৈ তোমাৰ জ্ঞান নিব পাৰিবা।

"অগ্নে নয় সুপথা" তুমি অগ্নিক আদ্যন্ত নোহোৱা অনন্ত পথত নিবলৈ প্ৰাৰ্থনা কৰিছা। তেওঁ জীৱনৰ আওপকীয়া বাটৰ কথা জানে, সেই কাৰণে তুমি তেওঁক তোমাৰ নীচ প্ৰকৃতি দমন কৰাত সহায় কৰিবলৈ প্ৰাৰ্থনা কৰিছা।

অগ্নিয়েই মানবক ৰক্ষা কৰোতা। এই বিলাক মন্ত্ৰ গাওঁতে আমি আপোন পাহৰা হব লাগিব। তেওঁ জাতি সমূহক চকুৰ টিপ নমৰাকৈ চাই আছে। তেওঁৰ আইন মতে আমি কাম কৰিবলৈ অভ্যাস কৰিব লাগিব। তেওঁৰ সহায়ৰ বাহিৰে অন্য একো বিচৰা নাই। মন্দিৰ স্বৰ্গ আৰু পৃথিবীৰ মাজত থকা বাটচৰা ( A Temple is a halfway house between heaven and earth ). আমি অগ্নিক আমাৰ গাত থকা দোষিত বস্তুবোৰ গুচাই দিবলৈ প্ৰাৰ্থনা কৰিছো। তেতিয়া পবিত্ৰ ভস্ম চাৰিওফালে বিলাই দিয়া হয়! গায়ত্ৰী মন্ত্ৰ উচ্চাৰণ কৰোতে, তোমাক পবিত্ৰ কৰে আৰু ষটচক্ৰক গতিশীল কৰে। এই চক্ৰবোৰ জাগ্ৰত হলেহে যথাৰ্থ জ্ঞান ওপজে ; এতিয়া তুমি পবিত্ৰ হলা। (It can purify you and set your chakras into motion as you say the Gayatri. You can have True knowledge if your centres are awake.)

অগ্নিয়ে ক্ষিতি ভাগ, পানীয়ে সূক্ষ্ম ভাগ আৰু জ্যোতিয়ে মানসিক ভাগ বুজায়। যেতিয়া কেম্ফৰ (camphor) জলোৱা হয়, পূজা আৰম্ভ হয় আৰু তুমি শক্তি প্ৰয়োগ কৰিবৰ সমৰ্থ হোৱা ; কাৰণ ভক্তি ভাবেই শক্তি জাগৰণৰ ঘাই কাৰণ।

এইদৰে আমালোকৰ অগ্নিক আহ্বান কৰা, অগ্নিৰ আগমন আৰু অগ্নিৰ পূজা কৰা শেষ কৰা হল। তাৰ পিচত অগ্নিৰ পন্থা জনাৰ বিবৰণ, তাৰ পিচত পবিত্ৰ ভস্ম বিতৰণ আৰু গায়ত্ৰী। এতিয়া পানীয়ে জ্ঞাপন কৰা সূক্ষ্ম জগতলৈ আমি উঠিলো পুৰোহিতে "দধিক্ৰাব্নো অকাৰিষং" বুলি আৰম্ভ কৰিলে। আগৰ দিনত পুৰোহিতে নদীৰ পাৰত বহি মন্ত্ৰ গোৱা প্ৰথা আছিল। এই নদীক বেগবান্ ঘোৰাৰ লগত তুলনা কৰা হৈছে। তেওঁ ভাল স্বাস্থ্যৰ নিমিত্তে প্ৰাৰ্থনা কৰিছে। এতিয়া সকলোৱে গায়—"আপো হিষ্ঠাঃ"। পানীৰেই সকলো আনন্দৰ

মূল। পানীৰেই জীৱনৰ সাৰ আৰু মূল কাৰণ। আমাক শক্তি আৰু বীৰ্য্য দান কৰা। ভাল স্বপ্ন দেখুৱা প্ৰেৰণা দিয়া। তোমাৰ অতি মঙ্গল সাৰ খিনি এই পানীত দিয়া। যেনেকুই গৰুৱে পোৱালীক গাখীৰ দিয়ে তেনেকুই আমাক তোমাৰ মঙ্গল সাৰখিনি এই পানীত ঢালি দিয়া। আমাক নব জীৱন দান কৰা। এই কথা ভাবোতে পানীখিনি গুণবন্ত কৰা যেন ভাবিবা। সকলো সৃষ্টি বস্তুৰেই পানী। প্ৰাণবিলাক পানী, জন্তু, আহাৰ, অমৃতত্ব, বিশ্বশক্তি সকলোৰেই পানী। জ্যোতীয়ো পানী, জগতৰ সকলো ক্ৰিয়া শক্তিৰো পানী। মনত ৰাখিবা যে সকলো শক্তি তুমি এইদৰে পানীত ঢালি দিছা।

ইয়াৰ পিচত পুৰোহিতে এই বুলি কৈ বৰুণক আহ্বান কৰে "আমি প্ৰত্যেক দিনেই আইন ভঙ্গ কৰো। দেব ৰাজ্যৰ দোষ নগাও আমি তোমাৰ আইন ভাল কৰি নুবুজো। আমি নভবা, নিশ্চিন্তাকৈ কাম কৰো। অনুগ্ৰহ কৰি খঙ নকৰিবা। আমি পাপ কৰো; আমি কৰিব নলগীয়া কাম কৰো। আমি অবুজ"। পানী পবিত্ৰ কৰি, পুৰোহিতে বৰুণক আহ্বান কৰে আৰু পুনঃ পানীখিনিক আশীৰ্ব্বাদযুক্ত কৰে। পুৰোহিতে সকলোকে পবিত্ৰ কৰে, কেৱল নিজক আৰু ৰাইজক হে কৰে এনে নহয়; গোটেই শাৰীৰিক, মানসিক জগতকে পবিত্ৰ কৰে।

"প্ৰাণাপানব্যানোদান সমানা" ইত্যাদি। জুইৰে পবিত্ৰ কৰাৰ দৰে এই শৰীৰত থকা পঞ্চ প্ৰাণ শুদ্ধ কৰিবলৈ এই মন্ত্ৰ গোৱা হয়। তাৰ পিচত পঞ্চ মহাভূতক, পঞ্চ গুণ, মন, বাক্য, কৰ্ম্ম, অন্নময়, প্ৰাণময়, মনোময়, বিজ্ঞানময়, আনন্দময় ইত্যাদি কোষবিলাকক শুদ্ধ কৰিবলৈ মন্ত্ৰ গোৱা হয়। তাৰ পিচত আত্মা, অন্তৰাত্মা, পৰমাত্মা পবিত্ৰ কৰিবলৈ গোৱা হয়। আমি জ্বলন্ত অগ্নিৰ দৰে পবিত্ৰ হব খোজো "We want to become a pure spark like the flame"। ইয়াৰ পিচত যেতিয়া পবিত্ৰ হোৱা যায়, তেতিয়া গায়ত্ৰী উচ্চাৰণ কৰা হয়। এই গায়ত্ৰীৰ পৰা আমাৰ শৰীৰত শক্তি সঞ্চাৰ কৰা হয় আৰু আমাৰ পৰা শক্তি অন্যলৈ বৰিষণ কৰা হয়। এইখিনিলৈকে শৰীৰ বিষয়ক আৰু সূক্ষ্মবিষয়ক কাম শেষ হল।

এতিয়া আমি মানসিক বিষয়লৈ মন মেলো আৰু জ্যোতীঃ আহ্বানকাৰ্য্য আৰম্ভ কৰো। আমি সেই পাথৰ ডোখৰক বা জ্বলি থকা জুই কুৰাক পূজা নকৰো; আমি পাথৰ ডোখৰে বা জুইৰে সঙ্কেত কৰা অনন্ত শক্তিক হে পূজা কৰো। বেদিত থকা জুই অনন্ত দীপ্তিৰ সৃষ্টি কৰ্ত্তাৰ অনন্ত জ্যোতীৰ আভাস মাথোন। এই জুইৰ দ্বাৰা আমাৰ হাতত থকা সৰু জুইৰ শলিতা ডাল জ্বলাই দিও। তাৰ পিচত এই জুইৰ সৈতে একতা প্ৰতিষ্ঠা কৰো। তাৰ পিচত দুইটাকে একেলগে ৰখা হয়। এই চাৰি শাৰী কথা কল্পনামূলক (আসত্যেন ৰজসা)। আমি এই জুইৰে কিছু আভাস দিয়া সূৰ্য্যক পূজা কৰো। এক্কাৰ কাটি কৰি থৈ, সূৰ্য্যক উপাসনা কৰি আমি সূৰ্য্যক পাঁও। তেওঁ মিত্ৰৰ বৰুণৰ আৰু অগ্নিৰ চকু। তেওঁৰ জ্যোতীৰে গোটেই বিশ্ব জ্যোতীষ্মান্। সকলো স্থাবৰ, অস্থাবৰ প্ৰাণীতে তেওঁ প্ৰকাশিত হৈছে আৰু পুৰোহিতে

উচ্চাৰণ কৰোতে সূৰ্য্য আং ; তেওঁৰ শক্তি অহা আমি অনুভব কৰিব পাৰো। এই চিন্তাত সকলোৰে মনোনিবেশ কৰিব লাগে।

"আদ্ৰং জ্বলতি"—তাৰ পিচত গোৱা হয় মইৱেই জ্যোতি, মইৱেই ব্ৰহ্ম। এই মন্ত্ৰ গাওঁতে প্ৰাণৰে সৈতে গাৱ লাগে। গোটেই বিশ্বৰ সৈতে একাত্মা হোৱা অনুভৱ কৰিব পাৰিব লাগে আৰু নিজকে অৰ্পণা কৰিব লাগে।

এতিয়া হে আচল পূজালৈ অহা হল "সহস্ৰশীৰ্ষাঃ পুৰুষঃ"—ইয়াত ঈশ্বৰৰ প্ৰথম ভাবক বৰ্ণনা কৰা হৈছে। (The first aspect of the Logos in Described here.) (১) তেওঁ অমৃতত্বৰ ঈশ্বৰ, বিশ্বাতীত আৰু বিশ্বানুগ ; এক অংশৰে জগত ধৰি আছে। জগতৰ ঈশ্বৰৰ পবিত্ৰময় জ্যোতী অনুভৱ কৰিব পাৰা। তেওঁ দেবতাৰ জগততো ব্যাপৃত হৈ আছে। তাৰ পিচত "নমস্তে অস্তু" এইখিনি গাঁওতে তেওঁৰ বিবিধ প্ৰকাশলৈ মন কৰো। ইয়াৰ পিচত পৰম মঙ্গলময় "শিৱৰ" কথা ভৱা হয়—যি জন মহাপুৰুৰ সকলোত আছে। C. W. Leadbeater চাহাবে লিখিছে যে এইখিনি গাওতে বেদিৰ ওপৰত এজন দেৱতা সাক্ষাৎ হয় আৰু তেওঁৰ আশীৰ্ব্বাদ বৰিষণ কৰে। A blue Deva appears above the altar crosslegged and gives His blessing.

ইয়াৰ পিচত ফুল বিতৰণ কৰা হয় আৰু আমি ঈশ্বৰৰ দ্বিতীয় ভাবত (Second aspect) মনোনিবেশ কৰো। এই ভাবো ইমান উচ্চ যে সেই একে স্তুতিকে ইয়াতো কৰা হয়। ভগৱানৰ প্ৰথম ভাৱৰ পূজা কৰোতে আমি বিশ্ব সৃষ্টি কৰোতালৈ মন দিও ; যেতিয়া দ্বিতীয় ভাৱৰে পূজা কৰো, তেতিয়া প্ৰভু মৈত্ৰেয় আৰু বুদ্ধলৈ (Budha and Lord Maitreya) মন কৰো। আমি তেওঁক যথাৰ্থ সুখৰ একমাত্ৰ কাৰণ বুলি ধৰো।

নাৰায়ণেই হৈছে অনন্ত ঈশ্বৰ। গোটেই বিশ্ব তেওঁতে আছে। তেওঁৱেই জ্ঞান-জ্যোতি, পৰম আশ্ৰয়স্থান। (The supreme refuge) এই বিলাক উচ্চাৰণ কৰোতে ভক্তি ভাৱৰ আৰু শক্তি ভাৱৰ বিকাশ হব লাগে। ধৰ্ম্মৰ বিভিন্নতাই ইয়াত হঁকা বধা কৰিব নেলাগে। নাৰায়ণেই হৈছে প্ৰধান ধ্যান কৰ্ত্তা আৰু সকলো ধ্যানেৰেই আদি-মূল। তেতিয়া গোৱা হয় যে তেওঁৱেই ব্ৰহ্ম সকলো বস্তুৰ গুৰি—তেওঁৱেই পোহৰ, তেওঁৱেই এন্ধাৰ, তেওঁৱেই তৃতীয় ভাৱ। সকলো সৃষ্টি কৰা গুণ তেওঁৰ পৰাই হৈছে। তেতিয়া ফুল দিয়া হয়। নিজকে ফুল বুলি ভাবিব লাগিব। ইয়াৰ লগতে তোমাৰ সৰ্ব্বস্ব দিয়া হয়।

যিমান পৰা যায় শক্তি সৃষ্টি কৰিব লাগে আৰু নমাই আনিব লাগে। তাৰ পিচত সেই শক্তি বিস্তাৰ কৰিবলৈ যত্ন কৰিব লাগে। যেতিয়া তুমি গায়ত্ৰী উচ্চাৰণ কৰা, সূৰ্য্যক প্ৰকাশিত হবলৈ আহ্বান কৰা। এই সকলোবিলাক অনুভূতিৰে কৰিব লাগিব আৰু মন্ত্ৰৰ দ্বাৰা পবিত্ৰ কৰা পানী খাওতে, তুমি যে জীৱনৰ সাৰ গ্ৰহণ কৰিছা—এনেকুৱা অনুমান কৰিব লাগে।

পুৰোহিতে শেষ আশীৰ্ব্বাদ দিয়াৰ আগতে চিন্তা-অবয়ব ভাঙিব লাগে, কবচ ভাঙিব লাগে আৰু এই শক্তি গোটেই ভাৰতত ব্যাপৃত হব। পুৰোহিতে আশীৰ্ব্বাদ দিয়ে "আমালোকে

পূজা কৰা হল, সকলোৰে একেলগে ঈশ্বৰৰ ওচৰলৈ আহিলো, জ্ঞানৰ অধীশ্বৰ গুৰু সকলৰ লগত যেন এশ বছৰ জীয়াই থাকিব পাৰো। তাৰ পিচত সকলোৰে গাব "তচ্ছং যোৰাবৃণীমহে"।

আমালোক যেন সুখী হব পাৰো। সকলো জীৱজন্তু যেন অনন্ত সুখত বিৰাজ কৰিব পাৰে। প্ৰত্যেকেই যেন সৌন্দৰ্য্য দেখে মনৰ আৰু ভাবৰ যেন বিকৃতি নঘটে। তাৰ পিচত "ওঁ তৎ সৎ ব্ৰহ্মাৰ্পনমস্তু"—সকলো ঈশ্বৰত অৰ্পণা কৰা হল বুলি শেষ কৰা হয়।

এই পূজা অভ্যাস কৰি আত্মশুদ্ধিৰ দ্বাৰা ব্ৰহ্ম সাক্ষাৎ কৰি বহুতে পৰম শান্তি লাভ কৰিছে। অসমীয়া ৰাইজৰ সুবিধাৰ নিমিত্তে অসমীয়ালৈ তৰ্জ্জমা কৰি দিয়া হল যাতে তেওঁলোকে যথাযথ উচ্চাৰণ শিকি, অৰ্থ বুজি অভ্যাস কৰিব পাৰে।

ওঁ শান্তিঃ শান্তিঃ শান্তিঃ।

অনুবাদক

শ্ৰীহৰিপ্ৰসন্ন তামুলী ফুকন।

PLEASE HANDLE THE BOOK CAREFULLY

# ভাৰত সমাজ হিন্দু ৰাজহুৱা পূজা।

**সঙ্কল্পঃ**

অধ্বৰ্য্যুঃ—

হৰিঃ ওঁম্

অপবিত্রঃ পবিত্রো বা সৰ্ব্বাবস্থাং গতোঽপি বা।
যঃ স্মৰেৎ পুণ্ডৰীকাক্ষং স বাহ্যাভ্যন্তৰঃ শুচিঃ॥

সৰ্ব্বে

ওঁং সূৰ্য্যশ্চ মা মন্যুশ্চ মন্যুপতয়শ্চ মন্যুকৃতেভ্যঃ পাপেভ্যো ৰক্ষন্তাম্। যদ্রাত্র্যা পাপমকাৰ্ষম্। মনসা বাচা হস্তাভ্যাম্। পদ্ভ্যামুদৰেণ শিশ্না। ৰাত্রিস্তদৱলুম্পতু। যৎ কিঞ্চ দুৰিতং ময়ি। ইদমহং মামমৃতযোনৌ। সূৰ্য্যে জ্যোতিষি জুহোমি স্বাহা॥

অধ্বৰ্য্যুঃ—

ওঁ আগমাৰ্থং তু দেবানাম্ গমনাৰ্থং তু ৰক্ষসাম্।
কুৰ্ব্বে ঘণ্টাৰবং তত্র দেবতাহ্বানলাঞ্ছনম্॥

**সঙ্কল্পঃ**

পুৰোহিত

হৰিঃ ওঁম্

পবিত্ৰ বা অপবিত্ৰ যি অবস্থাতেই থাকক যি জনে পদ্মপলাসলোচন হৰিক সোঁৱৰে তেওঁ ভিতৰে আৰু বাহিৰে পবিত্ৰ।

(এই মন্ত্ৰখিনি উচ্চাৰণ কৰি সকলোৰে সোঁ হাতত পানী দিয়ে। এই পানী হাতত লৈ তগত দিয়া মন্ত্ৰখিনি উচ্চাৰণ কৰি, ইচ্ছাশক্তি আৰু মন্ত্ৰশক্তিৰ দ্বাৰা এই পানীখিনি পবিত্ৰ কৰে তাৰ পিচত সকলোৱে সেই পানী খিনি পি খায়।)

সকলোৱে গায়।

ওঁম্! সূৰ্য্য, চিন্তাশক্তি, চিন্তাশক্তিৰ অধীশ্বৰ, চিন্তাৰে মই যি পাপ কৰিছিলো তাৰ পৰা মোক ৰক্ষা কৰা। চিন্তাৰে, কথাৰে, হাতেৰে বা ভৰিৰে ৰাতি মই যি পাপ কৰিছিলো হে ৰাতি সেইবিলাক দূৰ কৰা মোৰ গাত যি পাপ আছে, সেইবিলাকক আৰু মোক নিজকে, অমৃত কাৰণ স্বৰূপ, সূৰ্য্যত, পৰমজ্যোতিত মই অৰ্পনা কৰো।

পুৰোহিত—

ওঁ। যাতে দেৱতাসকল আহে আৰু ভূত প্ৰেতবিলাক বিদুৰ হয়, সেই দেৱতাসকলৰ আগমনি বাঞ্ছা কৰি মই ঘণ্টা বজালো।

(ঘণ্টা বজোৱা শেষ হলত)

অপসৰ্পন্তু তে ভূতা যে ভূতা ভুমি সংস্থিতাঃ।
যে ভূতা বিঘ্নকৰ্ত্তাৰঃ তে গচ্ছন্তু শিবাজ্ঞয়া॥
অপক্ৰামন্তু ভূতানি পিশাচাস্সৰ্ব্বতো দিশম্।
সাৰ্ব্বেষামবিৰোধেন ব্ৰহ্মকৰ্ম্ম সমাৰভে॥

পৃথিবীত থকা ভূতবিলাক বিদূৰ হওঁক—যি ভূতবিলাকে বিঘ্ন জন্মায়, সেইবিলাক শিবৰ আদেশত বিদূৰ হওঁক। ভূত প্ৰেতবিলাক চতুৰ্দ্দিকে দৌৰি পলাওক। কোনো ফালৰ পৰা বিঘিনি নোহোৱাকৈ মই দেৱপূজা আৰম্ভ কৰিলোঁ।

### দিগ্বন্ধঃ

অধ্বৰ্য্যুঃ—
ওঁ ভূৰ্ভুবস্বঃ (ইতি দিগ্বন্ধঃ)

### চতুৰ্দিক বন্ধ কৰা

পূজা কৰা ঠাইডোখৰ তলত লিখা মন্ত্ৰৰ দ্বাৰা সকলো বিঘিনিৰ পৰা আঁতৰ কৰি ৰাখা।

অধ্বৰ্য্যুঃ
ওঁ ভূৰ্ভৱঃ স্বঃ এই চাৰিটা শব্দৰ দ্বাৰা সকলো বিঘিনিৰ পৰা ঠাইডোখৰ বান্ধিব।

### ধূপঃ

অধ্বৰ্য্যুঃ
ওঁ যেন দেবাঃ পবিত্ৰেন আত্মানং পুনতে সদা।
তেন সহস্ৰধাৰেণ। পাবমান্যঃ পুনন্তু-মা॥

### ধূপ জ্বলোৱা

অধ্বৰ্য্যুঃ
ওঁ! যি পবিত্ৰতাৰ দ্বাৰা দেৱতা সকলে নিজকে পবিত্ৰ কৰে; সেই পবিত্ৰতাৰ সহস্ৰ ধাৰাৰ দ্বাৰা মোক পবিত্ৰ কৰক। প্ৰজাপতিৰ সোণালী পবিত্ৰতাই, শত ধাৰাৰে পবিত্ৰ কৰক।

প্ৰাজাপত্যং পবিত্ৰম্। শতোদ্যামং হিৰণ্ময়ম্। তেন ব্ৰহ্মবিদো বয়ম্। পূতং ব্ৰহ্ম পুনীমহে॥

সেই পবিত্ৰতাৰ দ্বাৰা, আমি যি সেই পূজা জানো—যি পূজা পবিত্ৰতাময়, সেই পূজাই আমাক পবিত্ৰ কৰোক।

ইন্দ্ৰঃ সুনীতী সহ মা পুনাতু।
সোমঃ স্বস্ত্যা বৰুণঃ সমীচ্যা।
যমো ৰাজা প্ৰমৃনাভিঃ পুনাতু মা।
জাতবেদা মোৰ্জয়ন্ত্যা পুনাতু॥

ইন্দ্ৰই বাট দেখুৱাই পবিত্ৰ কৰোক সোমই সুখৰ দ্বাৰা, বৰুণে সুজ্ঞানৰ দ্বাৰা, যমে ধ্বংশকাৰিণি শক্তিৰ দ্বাৰা আৰু অগ্নিয়ে শক্তিৰ দ্বাৰা আমাক পৱিত্ৰ কৰোক।

সৰ্ব্বে :—

ওঁ ভূঃ। ওঁ ভুবঃ। ওঁ স্বঃ

ওঁ মহঃ। ওঁ জনঃ। ওঁ তপঃ।

ওঁ সত্যম্।

ওঁ তৎসবিতুৰ্বৰেণ্যম্ ভৰ্গোদেবস্য ধীমহি।

ধিয়ো যো নঃ প্ৰচোদয়াৎ।

ওঁ আপো জ্যোতী ৰসোঽমৃতং ব্ৰহ্ম ভূৰ্ভুৰ্বস্স্বৰ্ ওঁ॥

সকলোৱে গাব।

ওঁ ভূঃ ( পৃথিবীলোক ) ওঁ ভুবঃ (সূক্ষ্মলোক) ওঁ স্বঃ (মানসিক লোক) ওঁ মহঃ ( আৰু উচ্চতৰ লোক ) ওঁ জনঃ ( আৰু উচ্চতৰ লোক ) ওঁ তপঃ ( আৰু উচ্চতৰ লোক ) ওঁ সত্যম্ ( উচ্চতম সত্যলোক )

ওঁ সেই দেৱতাৰ বৰেণ্য কান্তি আমি ধ্যান কৰো। তেওঁ আমাৰ বুদ্ধিবৃত্তিবিলাক চলাওক।

ওঁ পানী, জ্যোতি, পৃথিবী, অমৃত ব্ৰহ্মা, অন্তৰীক্ষ আৰু মানসিক জগৎ ওঁ॥

## দেৱস্য আহ্বানম্।

### অগ্নিদেৱতাঃ

অধ্বৰ্য্যুঃ—

ওঁ ভূৰ্ভুৰ্বস্বঃ ( ইতি অগ্নি প্ৰতিষ্ঠাপনম্ )

ওঁ চত্বাৰি শৃংগাঃ ত্ৰয়ো অস্য পাদা দ্বে শীৰ্ষে সপ্ত হস্তাসো অস্য। ত্ৰিধা বদ্ধো বৃষভো ৰোৰবীতি মহো দেৱো মৰ্ত্ত্যো আবিবেশ॥ এষঃ হি দেৱঃ প্ৰদিশোনু সৰ্ব্বাঃ পুৰ্ব্বো হি জাতঃ স উ গৰ্ভে অন্তঃ। স বিজায়মানঃ স জনিষ্যমানঃ প্ৰত্যাঙ্‌মুখাস্তিষ্ঠতি সৰ্ব্বতো মুখঃ॥

## দেৱতাৰ আহ্বান।

### অগ্নি দেৱতা

পুৰোহিতে কব—

ওঁ। পৃথিবী, অন্তৰীক্ষ আৰু মানসিক জগৎ (এই বুলি জুই জ্বলাই দিব) ওঁ। তেওঁৰ শিং চাৰিটা, তেওঁৰ ভৰি তিনি খন। তেওঁৰ মূৰ দুটা, হাত ৭ খন। তিনি ভাগত বন্ধা থাকি বৃষভে হেম্বেলিয়াই ফুৰিছে।

মহান্ দেৱ মৰ্ত্ত্যলোকলৈ আহিছে। এই দেৱতা সকলোতে আছে।

তেওঁৰ পোন প্ৰথমেই জন্ম হৈছে, আৰু এতিয়াও তেওঁ গৰ্ভতে আছে।

তেওঁ জন্মিছেই আছে আৰু জন্মিছেই থাকিব। অন্তঃমুখী হৈ সকলো পিনে চাই আছে।

সর্ব্বে—

ওঁ অগ্নয়ে স্বাহা।
অগ্নয় ইদং ন মম ॥

ওঁ সূর্য্যায় স্বাহা।
সূর্য্যয়েদং ন মম ॥

ওঁ প্রজাপতয়ে স্বাহা।
প্রজাপতয় ইদং ন মম ॥

ওঁ অগ্নে নয় সুপথা ৰায়ে অস্মান্
বিশ্বানি দেব বয়ুনানি বিদ্বান্
যুযোধ্যস্মজ্জুহুৰানমেনো
ভুয়িষ্ঠাং তে নমঃ উক্তিং বিধেম ॥

মিত্রস্য চর্ষণীধৃতঃ
শ্রবো দেবস্য সানসিম্।
সত্যং চিত্রশ্রবস্তমম্ ॥

মিত্রো জনান্ যাতয়তি প্রজানন্
মিত্রো দাধাৰ পৃথিবীমুত দ্যাম্
মিত্রঃ কৃষ্টীৰনিমিষাহভিচষ্টে সত্যায়
হব্যং ঘৃতবদ্বিধেম ॥

প্র স মিত্র মর্তো অস্তু প্রযস্বান্
যস্ত আদিত্য শিক্ষতি ব্রতেন।
ন হন্যতে ন জীয়তে ত্বোতো নৈন-
মংহো অশ্নোত্যন্তিতো ন দূৰাৎ

সকলোৱে গাব—

ওঁ! অগ্নি:দবতাক এই আহুতি দিলোঁ, এই খিনি অগ্নিদেবতাৰ, এইখিনি মোৰ নহয়।

ওঁ! সূর্য্যক এই আহুতি দিলোঁ, এইখিনি সূর্য্যৰ, এইখিনি মোৰ নহয়।

ওঁ! প্রজাপতিক এই আহুতি দিলোঁ, এইখিনি প্রজাপতিৰ, এইখিনি মোৰ নহয়।

ওঁ! হে অগ্নি সৎ পথেদি আমাক সমৃদ্ধিলৈ নিয়ক।

হে দেব আপুনি সকলো বাট-পথ জানে যিবিলাক পাপে আমাক অসৎ বাটলৈ নিয়ে, সেই পাপবোৰ ধ্বংশ কৰক পুনঃ পুনঃ আপোনাৰ স্তুতি গান কৰো।

মিত্র দেবৰ মহান্ যশ, তেওঁ সকলো জাতিৰ মানুহকে ধাৰণ কৰিছে আৰু সুকৃতিবিলাক দান কৰিছে।

তেওঁ সত্যমহাযশস্বী সকলৰ ভিতৰত সৰাতকৈ ডাঙৰ!

সর্ব্বজ্ঞ মিত্রই মানুহক চলাইছে মিত্রই পৃথিবী আৰু স্বর্গ ধাৰণ কৰিছে।

মিত্রই চকুৰ পাতি নমৰাকৈ মানুহক চাই আছে।

সেই সত্যক ঘিউৰে সৈতে এই আহুতি দিলোঁ।

হে মিত্র সেইবিলাক মানুহ সমৃদ্ধিশালী হওক যিবিলাকে হে অদিতিৰ পুত্র! তোমাৰ নিয়ম অনুসৰণ কৰে। তোমাৰ ৰক্ষিত মানুহবোৰ কেতিয়াও পৰাজিত নহয়, আৰু মৰা নপৰে আৰু ওচৰৰ বা দূৰৈৰ পৰা পাপেও নোচোৱে।

( ভস্ম মানুহক বিলায় দিয়ে, আৰু প্রত্যেকে শীৰ, কপাল আদি ঠাইত এই ভস্ম লগায় )

ওঁ ভূঃ ইতি শিৰসি। ওঁ ভুবঃ ইতি ললাটে। ওঁ স্বঃ ইতি কণ্ঠে। ওঁ মহঃ ইতি নাভৌ। ওঁ জনঃ ইতি হৃদয়ে। ওঁ তপঃ ইতি বাম-স্কন্ধে। ওঁ সত্যম্ ইতি দক্ষিণ-স্কন্ধে। ওঁ তৎসবিতুর্ৱৰেণ্যম্ ভর্গো দেবস্য ধীমহি ধিয়ো যো নঃ প্রচোদয়াৎ। ওঁ আপো জ্যোতি ৰসোঽমৃতং ব্ৰহ্ম ভূর্ভুবস্স্বৰ ওঁ॥

ওঁ ভূঃ (শিৰত) ওঁ ভুবঃ (কপালত) ওঁ স্বঃ (ডিঙিত) ওঁ মহঃ (নাভিত) ওঁ জনঃ (হৃদয়তঃ) ওঁ তপঃ (বাওঁকান্ধত) ওঁ সত্যম্ সোঁ কান্ধত)। তাৰ পাচত শিৰ স্পর্শ কৰি কব—ওঁ সূর্য্য দেৱতাৰ বৰেণ্য কান্তি আমি ধ্যান কৰো। তেওঁ আমাৰ বুদ্ধি বৃত্তীবিলাক চলাওক। ওঁ পানী, জ্যোতি, পৃথিৱী, অমৃত, ব্ৰহ্ম, অন্তৰীক্ষ আৰু মানসিক জগৎ ওঁ।

আপোদেৱতাঃ

অধ্বৰ্য্যুঃ—

ওঁ দধিক্রাব্নঃ অকাৰিষং
জিষ্ণোৰশ্বস্য বাজিনঃ।
ওঁ সুৰভি নো মুখা কৰৎ
প্র ন আয়ূংষি তাৰিষৎ॥

(পানী ঢালোতে তলত দিয়া মন্ত্ৰখিনি উচ্চাৰণ কৰিব)

ওঁ মই সৰ্ব্বত্ৰ বিজয়ী, পুৰস্কাৰ লাভ কৰা ঘোৰাৰ স্বৰূপ দধিক্রাবনৰ নিমিত্তে এই কাম কৰিছো।

তেওঁ আমাৰ মুখ সুস্বাদুযুক্ত কৰক। আমাক জন্ম মৃত্যুৰ পাৰলৈ নিয়ক আমাৰ আয়ুঃ বৰ্দ্ধন কৰক।

নেতা জনে পবিত্ৰ পানীৰ ওপৰত হাত দি কয়—

সৰ্ব্বে—

ওঁ আপো হি ষ্ঠা ময়োভুবস্তাঃ
ন ঊর্জ্জে দধাতন।
মহেৰণায় চক্ষসে॥
যোঃ বঃ শিবতমো ৰসস্তস্য
ভাজয়তেহ নঃ।
উশতীৰিব মাতৰঃ॥
তস্মা অৰং গমাম বো
যস্য ক্ষয়ায় জিন্বথ।
আপো জনয়থা চ নঃ॥

সকলোৱে গাব—

ওঁ পানী, আপুনি সকলো সুখৰ গৰাকী।

আমাক বলী কৰি ৰাখক, সুন্দৰ সুন্দৰ স্বপ্ন দেখুৱাওক।

তোমাৰ যি সুখদায়ক ৰস আছে, হিতকাৰিণী বসৰ নিচিনা সেই ৰসৰ অংশীদাৰ কৰক। আমি তাৰ নিমিত্তে প্ৰাৰ্থনা কৰো, যাৰ সুখৰ নিমিত্তে তুমি যত্ন কৰা। হে পানী আমাৰ বংশ বিস্তাৰ হওক।

সৰ্ব্বে—

ওঁ আপো বা ইদং সৰ্ব্বং বিশ্বাঃ ভূতান্যাপঃ প্ৰাণা বা আপঃ পশব আপোঽন্নমাপোঽমৃতমাপঃ সম্রাডাপো বিৰাডাপশ্ছন্দস্যাপো জ্যোতীংষ্যাপো যজুংষ্যাপঃ সত্যমাপঃ সৰ্ব্বা দেবতা আপো ভূৰ্ভুবঃ স্বৰাপ ওম্ ॥

ওঁ এই সকলোবোৰেই পানী, সকলো প্ৰাণীয়েই পানী, প্ৰাণবিলাকো পানী, জন্তুবিলাকো পানী, আহাৰো পানী, অমৰত্বও পানী, দীপ্যমান-জনো পানী, বহুধাজ্বলীথকাজনো পানী, আপোনা-আপুনি জ্বলি থকা জনো পানী, ছন্দও পানী, জ্যোতিষ্মান্‌বোৰো পানী, প্ৰাৰ্থনা বোৰো পানী, সত্যও পানী, সকলো দেবতাবোৰো পানী, শাৰীৰিক, মানসীক আৰু আধ্যাত্মিক জগৎবোৰো পানী—ওঁ।

( হাত জোৰ কৰি প্ৰাৰ্থনা কৰি অধ্বৰ্য্যুৱে কয় )

অধ্বৰ্য্যুঃ—

ওঁ ইমং মে বৰুণ শ্ৰুধী
হবমদ্যা চ মৃডয়।
ত্বামবস্যুৰাচকে
তত্ত্বা যামি ব্ৰহ্মণা বন্দমানস্তু
দাশাস্তে যজমানো হবিৰ্ভিঃ।
অহেডমানো বৰুনেহ বোধ্যুৰুশংস
মা ন আয়ুঃ প্ৰমোষীঃ ॥

অধ্বৰ্য্যু :—

ওঁ বৰুণ, মোৰ প্ৰাৰ্থনা শুনা, মোক আজি সুখী কৰা।

তোমাৰ সহায় বিচাৰি প্ৰাৰ্থনা কৰিছো তোমাকে গানেৰে বন্দনা কৰি ভিক্ষা কৰিছো। ঘিউৰে আহুতি দি তোমাক পূজাৰী সকলে ভিক্ষা কৰিছে।

হে বৰুণ, আমাক খণ্ড নকৰিবা সকলোৰে প্ৰশংসাৰ পাত্ৰ! আমালোকক আয়ুঃ হীন নকৰিবা।

যচ্চিদ্ধি তে বিশো যথা।
প্ৰদেব বৰুণ ব্ৰতম্।
মিনীমসী দ্যবিদ্যবি ॥

সাধাৰণ মানুহৰ দৰে হে বৰুণ দেবতা আপোনাৰ আদেশ দিনে দিনে আমি লঙ্ঘন কৰিছো।

যৎকিঞ্চেদং বৰুণ দৈব্যেজনে
হভিদ্ৰোহম্ মনুষ্যাশ্চৰামসি।
অচিত্তী যওব ঘৰ্ম্মা যুযোপিম
মানস্তস্মাদেনসো দেব ৰীৰিষঃ

হে বৰুণ! আমি মানুহ হৈ দেবতা সকলৰ দোষ লগাও।

যেতিয়া নজনাতে তোমাৰ নিয়ম ভঙ্গ কৰো; সেই পাপৰ নিমিত্তে হে দেবতা আমাৰ অপকাৰ নকৰিবা।

কিতবাসো যদ্রিপুর্ন দিবি
যদ্বাধা সত্যমুত যন্ন বিদ্ম।
সর্ব্বা তা বিশ্য শিথিৰেব দেবা—
থা তে স্যাম বৰুণ প্ৰিয়াসঃ॥

মিচলীয়াবিলাকে দ্যূতক্ৰিয়াত যেনেকই মিচা অপবাদ দিয়ে অথবা যেতিয়া আমি সচাসচি কৈয়ে পাপ কাম কৰো আৰু আমি তাক নেজানো; সেই আটাইবিলাক বিদূৰ কৰা। হে বৰুণ! আমি যেন তোমাৰ প্ৰিয়পাত্ৰ হৈ থাকিব পাৰো।

সৰ্ব্বে—

( পাত্ৰৰ পৰা চাৰিওফালে পানী চতিয়াই )

ওঁ প্ৰাণাপানব্যানোদানসমানো মে শুধ্যন্তাম্ জ্যোতিৰহং বিৰজা বিপাপ্মা ভূয়াসং স্বাহা॥

ওঁ! পঞ্চবায়ুঃ—মোৰ গাত থকা প্ৰাণ, অপান, ব্যান, উদান আৰু সমান বায়ু পবিত্ৰ হওক। মই জ্যোতিঃ, মই অপবিত্ৰৰ পৰা, সকলো পাপৰ পৰা মুক্ত হব পাৰো; স্বাহা॥

ওঁ পৃথিব্যপ্তেজোবায়্বাকাশা মে শুধ্যন্তাম্ জ্যোতিৰহং বিৰজা বিপাপ্মা ভূয়াসং স্বাহা।

ওঁ! মোৰ গাত থকা পাচ ধাতু—পৃথিবী, অপ্, তেজ, মৰুৎ, ব্যোম পবিত্ৰ হওক; মই জ্যোতিঃ মই সকলো অপবিত্ৰৰ পৰা, সকলো পাপৰ পৰা যেন মুক্ত হব পাৰো। স্বাহা।

ওঁ শব্দস্পৰ্শৰূপৰসগন্ধা মে শুধ্যন্তাম্ জ্যোতিৰহং বিৰজা বিপাপ্মা ভূয়াসং স্বাহা॥

ওঁ পাচ গুণ—মোৰ গাত থকা শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ পবিত্ৰ হওক। মই জ্যোতিঃ, মই সকলো অপবিত্ৰৰ পৰা, সকলো পাপৰ পৰা যেন মুক্ত হব পাৰো। স্বাহা॥

ওঁ মনোবাক্কায়কৰ্ম্মানি মে শুধ্যন্তাম্ জ্যোতিৰহং বিৰজা বিপাপ্মা ভূয়াসং স্বাহা॥

ওঁ, মোৰ চিন্তা, বাক্য, শৰীৰ, আৰু কৰ্ম্ম-বিলাক পবিত্ৰ হওক। মই জ্যোতিঃ সকলো অপবিত্ৰৰ পৰা, সকলো পাপৰ পৰা যেন মুক্ত হব পাৰো। স্বাহা॥

ওঁ অন্নময়—প্ৰাণময়—মনোময়—বিজ্ঞানময়—আনন্দময়া মে শুধ্যন্তাম্ জ্যোতিৰহং বিৰজা বিপাপ্মা ভূয়াসং স্বাহা॥

ওঁ কোষ পাচটা—

মোৰ গাত থকা অন্নময়—প্ৰাণময়—মনোময় —বিজ্ঞানময়—আৰু আনন্দময় কোষ কেইটা যেন পবিত্ৰ হয়। মই জ্যোতিঃ, মই সকলো অপবিত্ৰৰ পৰা, পাপৰ পৰা যেন মুক্ত হব পাৰো স্বাহা॥

ওঁ আত্মা মে শুধ্যন্তাং জ্যোতিৰহম্ বিৰজা ভুয়াসং স্বাহা।

ওঁ অন্তৰাত্মা মে শুধ্যন্তাম্ জ্যোতিৰহং বিৰজা বিপাপ্মা ভুয়াসম্ স্বাহা ॥

ওঁ পৰমাত্মা মে শুধ্যন্তাম্ জ্যোতিৰহং বিৰজা বিপাপ্মা ভুয়াসং স্বাহা ॥

ওঁ ভুঃ ওঁ ভুবঃ। ওঁ স্বঃ। ওঁ মহঃ। ওঁ জনঃ। ওঁ তপঃ। ওঁ সত্যম্। ওঁ তৎসবিতুর্বৰেণ্যম্ ভর্গো দেবস্য ধীমহি। ধিয়ো যো নঃ প্রচোদয়াৎ। ওঁ আপো জ্যোতী ৰসোঽমৃতং ব্রহ্ম ভুর্ভুবস্স্বৰ ওঁ ॥

ওঁ মোৰ আত্মা পবিত্র হওক মই জ্যোতিঃ, মই সকলো অপবিত্রৰ পৰা, সকলো পাপৰ পৰা যেন মুক্ত হব পাৰো। স্বাহা ॥

ওঁ মোৰ অন্তৰাত্মা পবিত্র হওক। মই জ্যোতিঃ, মই সকলো অপবিত্রৰ পৰা, সকলো পাপৰ পৰা যেন মুক্ত হব পাৰো।

ওঁ মোৰ পৰমাত্মা পবিত্র হওক। মই জ্যোতিঃ, মই সকলো অপবিত্রৰ পৰা, সকলো পাপৰ পৰা যেন মুক্ত হব পাৰো। স্বাহা ॥

( হাত জোৰ কৰি সকলোৱে গাব )

ওঁ ভুঃ, ওঁ ভুবঃ ওঁ স্বঃ ওঁ মহঃ ওঁ জনঃ ওঁ তপঃ ওঁ সত্যম্ ( এই মন্ত্রৰ দ্বাৰা প্ৰত্যেক লোকতে থকা শক্তি জাগৃত কৰিবলৈ যত্ন কৰা হৈছে ) ওঁ সূৰ্য্য দেবতাৰ বৰেণ্য কান্তি আমি ধ্যান কৰো। তেওঁ আমাৰ বুদ্ধি বৃত্তী বিলাক চলাওক। ওঁ আপঃ, জ্যোতী, ৰসঃ, অমৃতম্, ব্রহ্ম ভুর্ভুবস্সুবৰ ওঁ ( এই মন্ত্রৰ দ্বাৰা পুনঃ এই সকলক আহ্বান কৰিছে ) ( থিয় হৈ এডাল শলিতা জ্বলাই পুৰোহিতে গাব )

## তেজো দেবতাঃ

তেজো দেবতা

অধ্বৰ্য্যুঃ—

ওঁ আসত্যেন ৰজসা বৰ্ত্তমানো নিবেশয়ন্নমৃতং মৰ্ত্ত্যঞ্চ।

হিৰণ্যয়েন সবিতা ৰথেন দেবাঃ যাতি ভুবনা বিপশ্যন্ ॥

ওঁ সত্যৰ পথত, অমৃতত্ব আৰু মৃত্যুত্বক পেলাই থৈ সূৰ্য্য দেবতাই সোনালী ৰথত পৃথিবী পৰিদৰ্শন কৰি পৰ্য্যটন কৰিব লাগিছে।

উদ্বয়ং তমসস্পৰি পশ্যন্তো
জ্যোতিৰুত্তৰম্।
দেবং দেবত্রা সূৰ্য্যমগন্ম
জ্যোতিৰুত্তমম্ ॥

আমি, অন্ধকাৰৰ সিপাৰত থকা শ্ৰেষ্ঠ জ্যোতি দৰ্শন কৰি, দেবতাসকলৰ মাজত থকা শ্ৰেষ্ঠতম জ্যোতি সূৰ্য্যক যেন দৰ্শন কৰিব পাৰো।

উদুত্যং জাতবেদসং
দেবং বহন্তি কেতবঃ।
দৃশে বিশ্বায় সূর্য্যম্॥
চিত্রং দেবানামুদগাদনীকম্।
চক্ষুর্মিত্রস্য বরুনস্যাগ্নেঃ।
আপ্রা দ্যাবাপৃথিবী অন্তৰিক্ষং
সূর্য্য আত্মা জগতস্তস্থুষশ্চ॥

আকাশত সকলোকে ধাৰণ কৰা সূৰ্য্য দেবতাই ৰশ্মি বহন কৰিছে যাতে বিশ্বৰ সকলোৱে তেওঁক দৰ্শন কৰিব পাৰে। দেবতাৰ আশ্চৰ্য্যজনক জ্যোতি উদিত হৈছে।

মিত্রৰ, বৰুণৰ, অগ্নিৰ চকুৰে, স্বৰ্গ, পৃথিবী, অন্তৰীক্ষ ব্যাপি পৰিছে। সূৰ্য্য, সকলোকে চলোৱা আত্মা নিস্তব্ধ হৈ আছে।

সর্ব্বে—

ওঁ আর্দ্রং জ্বলতি জ্যোতিৰহমস্মি জ্যোতির্জ্বলতি ব্রহ্মাহমস্মি। যোঽহমস্মি ব্রহ্মাহমস্মি অহমস্মি ব্রহ্মাহমস্মি অহমেবাহং মাং জুহোমি স্বাহা।

সকলোৱে গাব—

ওঁ ধিমিকধামাককৈ জ্যোতি জ্বলিছে; মই সেই জ্যোতি। জ্যোতিঃ জ্বলিছে, মই ব্রহ্ম। মই ব্রহ্ম। মইয়েই ব্রহ্ম। ব্রহ্মায়েই মই নিজকে নিজেই আহুতি দিছো স্বাহা।

( তলত দিয়া কথাখিনি গাওঁতে পুৰোহিতে শলিতাডাল জ্বলি থকা বন্তিত লগাই দিব গাব )

ওঁ ভুঃ। ওঁ ভুবঃ। ওঁ স্বঃ। ওঁ মহঃ। ওঁ জনঃ। ওঁতপঃ। ওঁ সত্যম্।

ওঁ তৎ সবিতুর্বৰেণ্যম্ ভার্গো দেবস্য ধীমহি। ধিয়ো যো নঃ প্রচোদয়াৎ। ওমাপো জ্যোতী ৰসোঽমৃতম্ ব্রহ্ম ভুর্ভুবস্স্বঃ ওঁ॥

ইয়াৰ অৰ্থ ৩ পৃষ্ঠাত দিয়া আছে।

ধ্যান।

( পুৰোহিতে ধুনা জ্বলাব আৰু সকলোৱে এই মন্ত্র গাব )।

সর্ব্বে—

ওঁ সহস্রশীর্ষা পুরুষঃ।
সহস্রাক্ষঃ সহস্রপাৎ
স ভূমিং বিশ্বতো বৃত্বা
অত্যতিষ্ঠদ্দশাঙ্গুলম্॥

ওঁ! পুৰুষ, তেওঁৰ এহেজাৰ শীৰ, এহেজাৰ চকু, এহেজাৰ ভৰি। সকলো পিনে পৃথিবী ব্যাপ্ত কৰি, দহ আঙ্গুলিৰ ওপৰত আছে।

PLEASE HANDLE THE BOOK CAREFULLY



পুৰুষ এবৈদং সৰ্ব্বম্।
যদ্ভূতং যচ্চ ভব্যম্।
উতামৃতত্বস্যেশানঃ
যদন্নেনাতিৰোহতি ॥

এই সকলোৱেই পুৰুষ—যি সৃষ্ট হৈছে আৰু সৃষ্ট হব।

তেওঁ অমৃতত্বৰ গৰাকি, আহাৰৰ দ্বাৰা সকলোকে সজীৱ কৰি ৰাখিছে।

এতাবানস্য মহিমা।
অতো জ্যায়াংশ্চ পুৰুষঃ।
পাদোঽস্য বিশ্বা ভূতানি
ত্রিপাদস্যামৃতং দিবি ॥

তেওঁৰ ইমান মহিমা, ইয়াতকৈও পুৰুষৰ মহিমা শ্ৰেয়ঃ, পৃথিবীৰ ভূতবিলাক এক চতুৰ্থাংশৰে ধৰি আছে, বাকী তিনি অংশৰে স্বৰ্গৰ অমৃতত্ব ধৰি আছে।

ওঁ তদ্বিষ্ণোঃ পৰমং পদম্
সদা পশ্যন্তি সুৰয়ঃ।
দিবীব চক্ষুৰাততম্ ॥

দেৱতাসকলে তেওঁৰ পৰম পদ সদাই দৰ্শন কৰি থাকে যেন চকুৰে স্বৰ্গ পৰ্য্যন্ত দেখি আছে।

জ্ঞানী ভক্ত সকলে সদায় সজাগ হৈ বিষ্ণোৰ পৰম পদ লাভ কৰে।

তদ্বিপ্ৰাসো বিপন্যৱো
জাগৃবাংসস্সমিন্ধতে।
বিষ্ণোৰ্যৎপৰমং পদম্ ॥

ওঁ নমস্তে অস্তু ভগৱন্ বিশ্বেশ্বৰায় মহাদেবায় ত্ৰ্যম্বকায় ত্রিপুৰান্তকায় ত্ৰিকাগ্নিকালায় কালাগ্নিৰুদ্ৰায় নীল-কণ্ঠায় মৃত্যুংজয়ায় সৰ্ব্বেশ্বৰায় সদা শিবায় শ্ৰীমন্মহাদেবায় নমঃ ॥

ওঁ হে দেব, বিশ্বৰ অধীশ্বৰ মহান্ দেৱতা, ত্ৰিনেত্ৰ, তিনি দুৰ্গধ্বংশকাৰী, তিনি ভুবন ধ্বংশকাৰী অগ্নিস্বৰূপ, কালাগ্নিস্বৰূপ, নীলকণ্ঠ মৃত্যুঞ্জয়কাৰী, সকলোৰে ঈশ্বৰ, সৰ্ব্বমঙ্গলময়, শ্ৰীমন্ মহাদেৱ, তোমাক নমস্কাৰ।

লগোৱা বস্তি ডাল, চাৰিওফালে নিয়ে আৰু পূজা কৰা সকলে প্ৰণাম কৰে। ফুল সকলোকে বিলায় দিয়ে আৰু প্ৰত্যেকে ফুল হাতত লৈ তলত লিখা মন্ত্ৰ গায়।)

সৰ্ব্বে—

ওঁ সহস্ৰশীৰ্ষং দেবং বিশ্বাক্ষং বিশ্বশম্ভুবম্।

বিশ্বং নাৰায়ণং দেবমক্ষৰং পৰমং পদম্ ॥

সকলোৱে গাব—

ওঁ সহস্ৰ শীৰ থকা, স্বয়ং প্ৰকাশমান, সৰ্ব্বদৰ্শী, সৰ্ব্বসুখৰ গৰাকী।

সৰ্ব্বব্যাপী, নাৰায়ণ, দৈব, অবিনাশী, পৰম আশ্ৰয়পদ।

বিশ্বতঃ পৰমং নিত্যং বিশ্বং নাৰায়ণম্ হৰিম্।
বিশ্বমেবদং পুৰুষস্ত—
দ্বিশ্বমুপজীবতি ॥
পতিং বিশ্বস্যাত্মেশ্বৰম্
শাশ্বতং শিবমচ্যুতম্।
নাৰায়ণং মহাজ্ঞেয়ং বিশ্বাত্মাণম্ পৰায়ণম্ ॥

সকলোতকৈ শ্ৰেয়, নিত্য, সকলোতে থকা, নাৰায়ণ হৰিক ( আমি পূজা কৰো )

এই পুৰুষেই গোটেই বিশ্বতে আছে আৰু এওঁৰেই বিশ্ব।

বিশ্বৰ পতি, আত্মাৰ ঈশ্বৰ, সনাতন মঙ্গলময়, অবিনশ্বৰ, নাৰায়ণ, জানিবলগীয়া পৰমেশ্বৰ, সকলোৰে আত্মা, পৰম আশ্ৰয় ( তেওঁক আমি পূজা কৰো )।

নাৰায়ণঃ পৰং ব্ৰহ্ম তত্ত্বং নাৰায়ণং পৰঃ।
নাৰায়ণঃ পৰো জ্যোতিৰাত্মা
নাৰায়ণঃ পৰঃ ॥

নাৰায়ণ, পৰম ব্ৰহ্ম, সত্য, শ্ৰেষ্ঠ নাৰায়ণ। নাৰায়ণেই পৰম জ্যোতী, নাৰায়ণেই পৰম আত্মা।

নাৰায়ণঃ পৰো ধ্যাতা ধানং
নাৰায়নঃ পৰঃ ॥

নাৰায়ণেই শ্ৰেষ্ঠ ধ্যান কৰিবলগীয়া, নাৰায়ণেই পৰম ধ্যান।

যচ্ছং কিঞ্চিজ্জগৎ সৰ্ব্বং দৃশ্যতে
শ্ৰূয়তেঽপি বা।
অন্তৰ্বহিশ্চ তৎসৰ্ব্বং ব্যাপ্য
নাৰায়ণঃ স্থিতঃ ॥

পৃথিবীত যিহকে শুনা যায়, দেখা যায়, ভিতৰে বাহিৰে যি ব্যাপী আছে, তেওঁৰেই নাৰায়ণ।

অনন্তমব্যয়ং কবিং সমুদ্ৰেন্তং
বিশ্বশম্ভুবম্।
স ব্ৰহ্মা স শিবঃ স হৰিঃ
সেন্দ্ৰঃ সোঽক্ষৰঃ পৰমঃ স্বৰাট্ ॥

অসীম, অব্যয়, জ্ঞানস্বৰূপ, জীৱন সাগৰৰ সিপাৰৰ, সকলো সুখৰ আলয়। তেওঁৰেই ব্ৰহ্মা, তেওঁৰেই শিৱ, তেওঁৰেই হৰিঃ, তেওঁৰেই ইন্দ্ৰ, তেওঁৰেই অক্ষৰ, পৰম শ্ৰেষ্ঠ প্ৰকাশমান।

ওঁ তদ্‌ব্ৰহ্ম। ওঁ তদ্বায়ুঃ। ওঁ তদাত্মা। ওঁ তৎসত্যম্। ওঁ তৎসৰ্ব্বম্। ওঁ তৎ পুৰোৰ্নমঃ।

ওঁ তেওঁৰেই ব্ৰহ্ম। ওঁ তেওঁৰেই বায়ুঃ। ওঁ তেওঁৰেই আত্মা। ওঁ তেওঁৰেই সত্য। ওঁ তেওঁৰেই সকলো। ওঁ মহান্ পুৰুষক নমস্কাৰ।

অন্তশ্চৰতি ভূতেষু গুহায়াম্ বিশ্বমূৰ্ত্তিষু। ত্বং যজ্ঞস্ত্বং বষট্‌কাৰস্ত্বমিন্দ্ৰস্ত্বং ৰুদ্ৰস্ত্বং বিষ্ণুস্ত্বং ব্ৰহ্মা ত্বং প্ৰজাপতিঃ। ত্বং তদাপ আপো জ্যোতীৰসোঽমৃতং ব্ৰহ্ম ভূৰ্ভুৰ্বস্স্বৰ্ ওঁ ॥

তেওঁ প্ৰাণীবিলাকৰ অন্তৰত, হৃদয়ত বিশ্ব মূৰ্ত্তিৰূপে বিস্তাৰ কৰিছে। তেওঁৱেই যজ্ঞঃ, তেওঁৱেই পবিত্ৰ শব্দ "বষট্"। তুমিয়েই ইন্দ্ৰ, তুমিয়েই ৰুদ্ৰ, তুমিয়েই বিষ্ণু, তুমিয়েই ব্ৰহ্মা, তুমিয়েই প্ৰজাপতি। তুমিয়েই সেই পানী, পানী, জ্যোতি, ৰস, অমৃত, ব্ৰহ্ম, পৃথিবীলোক, অন্তৰীক্ষ-লোক, মানসিক লোক ওঁ।

ওঁ সত্যং সত্যং পৰং ব্ৰহ্ম
পুৰুষং কৃষ্ণপিঙ্গলম্।
ঊৰ্দ্ধৰেতং বিৰূপাক্ষং
বিশ্বৰূপায় বৈ নমঃ ॥

ওঁ সত্য, প্ৰকৃততত্ত্ব, পৰম ব্ৰহ্ম কৃষ্ণ আৰু পিঙ্গলাবৰণৰ পুৰুষ। চিৰব্ৰহ্মচাৰী, নানা বৰণৰ দৃষ্টিস্বৰূপ, বিশ্বৰূপ (তোমাক আমি পূজা কৰো)।

(হাতত লৈ থকা ফুল অৰ্পণা কৰে)

পুৰোহিতে বহি মন্ত্ৰপূত পানীৰ ওপৰত হাত দি গাব।

## নৈবেদ্যম্

সৰ্ব্বে—

ওঁ ভূৰ্ভুৰ্বস্স্বঃ।

ওঁ তৎসবিতুৰ্বৰেণ্যম্ ভৰ্গো দেবস্য ধীমহি। ধিয়ো য়ো নঃ প্ৰচোদয়াৎ ॥ দেবঃ সবিতঃ প্ৰসুৱ ॥ সত্যং ত্বৰ্ত্তেন পৰিষিঞ্চামি।

অৰ্পনা—

সকলোৱে গাব—

ওঁ ভূৰ্ভুৰ্বস্স্বঃ।

ওঁ সেই সূৰ্য্য দেৱতাৰ বৰেণ্য কান্তি আমি ধ্যান কৰো। তেওঁ আমাৰ বুদ্ধি বৃত্তিবিলাক চলাওক। হে সূৰ্য্য দেৱতা আমাক অনুপ্ৰাণিত কৰা।

সত্যক, তত্ত্বৰে সিঁচি দিওঁ।

ওঁ প্ৰাণায় স্বাহা।
ওঁ অপানায় স্বাহা।
ওঁ ব্যানায় স্বাহা।
ওঁ উদানায় স্বাহা।
ওঁ সমানায় স্বাহা।
ওঁ ব্ৰহ্মণে স্বাহা।

ওঁ এইখিনি প্ৰাণক অৰ্পনা কৰিলোঁ।
ওঁ এইখিনি অপানক অৰ্পণা কৰিলোঁ।
ওঁ এইখিনি ব্যানক অৰ্পণা কৰিলোঁ।
ওঁ এইখিনি উদানক অৰ্পণা কৰিলোঁ।
ওঁ এইখিনি সমানক অৰ্পণা কৰিলোঁ।
ওঁ এইখিনি ব্ৰহ্মাণক অৰ্পণা কৰিলোঁ।

সৰ্ব্বে—

ওঁ ব্ৰহ্মণি চ আত্মাঽমৃতত্বায়।

সকলোৱে গাব—

ওঁ অমৃতত্বৰ নিমিত্তে মোৰ আত্মা সদাই ব্ৰহ্মত লিপ্ত হউক।

দিগ্বিমোকঃ।

দিক্ কেইটা মুকলি কৰি দিয়া।

অধ্বৰ্য্যুঃ—

ভুভুৰ্বস্সুবৰ্ ওঁ ( ইতি দিগ্বিমোকঃ)

পুৰোহিত—

ভূভুৰ্বস্সুবৰ্ ওঁ ( এই মন্ত্ৰৰ দ্বাৰা আগেয়ে বান্ধি থোৱা দিক্ কেইটা মুকলি কৰি দিয়ে )

আশীৰ্ব্বাদঃ

( সকলোৱে থিয় হব আৰু পুৰোহিতে ৰাইজৰ ফালে মুখ কৰি আশীৰ্ব্বাদ দিয়ে। )

অধ্বৰ্য্যুঃ—

ওঁ অধ্যাস্ম হব্যৈৰ্নমসোপসদ্য
মিত্ৰং দেবং মিত্ৰধেয়ং নো অস্তু
অনুৰাধান্ হবিষা বৰ্দ্ধয়ন্তঃ
শতং জীবেম শৰদঃ সবীৰাঃ॥

আমি অৰ্পণা আৰু প্ৰাৰ্থনাৰে সৈতে মিত্ৰ-দেবতাৰ ওচৰ চাপিছো ; আমাৰ যেন সমৃদ্ধি হয়। আমি যেন মিত্ৰৰ সহায় পাও।

আমাৰ অৰ্পণাৰ লগে লগে তেওঁৰ দান বাঢ়ক। আমি বীৰ পুত্ৰৰে সৈতে যেন এশবছৰ জীয়াই থাকিব পাৰো।

সৰ্ব্বে—

ওঁতচ্ছং যোৰাবৃনীমহে।
গাতুং যজ্ঞায়।
গাতুং যজ্ঞপতয়ে।
দৈবী স্বস্তিৰস্তু নঃ।
স্বস্তিমানুষেভ্যঃ।
ঊৰ্দ্ধং জিগাতু ভেষজম্।
শং নো অস্তু দ্বিপদে
শং চতুষ্পদে
ওঁ শান্তিঃ, শান্তিঃ শান্তিঃ

সকলোৱে গাব—

ওঁ আমি সুখ আৰু সুস্থতা বিচাৰিছো।

যজ্ঞৰ পন্থা বিচাৰিছো।

যজ্ঞপতিৰ পথ বিচাৰিছো। আমাৰ দৈৱত সুখ হওক।

মানুহৰ সুখ হউক।

সুস্থতা উৰ্দ্ধমুখী হউক।

লৰাছোৱালীৰ সুখ হওক।

জীবজন্তুৰ সুখ হওক।

ওঁ শান্তিঃ, শান্তিঃ, শান্তিঃ

ওঁ সর্ব্বে বৈ সুখিনস্‌সন্তু
সর্ব্বে সন্তু নিৰাময়াঃ।
সর্ব্বে ভদ্রানি পশ্যন্তু
ন কশ্চিৎ দুঃখভাগ্‌ভবেৎ
ওঁ শান্তিঃ, শান্তিঃ, শান্তিঃ
ওঁ তৎসদ্ ব্রহ্মার্পণমস্তু।

ওঁ সকলোৰেই সুখী হওক।
সকলোৰেই দুখ কষ্টৰ হাত সাৰক।
সকলোৰেই মঙ্গল দেখক।
কাৰো যেন দুখ নহয়।
ওঁ শান্তিঃ, শান্তিঃ, শান্তিঃ।
ওঁ সেই সৎ কৰ্ম্ম ব্ৰহ্মতে অৰ্পণা কৰা হল



PLEASE HANDLE THE BOOK CAREFULLY

# শব্দাৰ্থঃ—

### সঙ্কল্পঃ

### ( মনস্থ কৰা )

অধ্বৰ্য্যুঃ—( নেতা বা যি পূজাৰ বিষয় জানে আৰু পূজাৰ কাৰ্য্য চলায়। ইয়াত তেওঁৰ আধ্যাত্মিক উচ্চতা বা প্ৰাধ্যান্যতাৰ বিষয় একো দাবি নকৰে কেৱল পূজাৰ কাৰ্য্যত সহায় কৰে )

হৰিঃ ( একেই ত্ৰিমূৰ্ত্তি হৈ থকা ঈশ্বৰ ) অপবিত্ৰ ( পবিত্ৰ নোহোৱা ) পবিত্ৰ ( পবিত্ৰ হৈ থকা ) সৰ্ব্বাবস্থাম্ ( সকলো অৱস্থাত ) গতঃ ( থকা ) যঃ যি জনে ) স্মৰেৎ ( চিন্তা কৰে ) পুণ্ডৰিকাক্ষং ( পদ্মফুলৰ নিচিনা চকু থকা ঈশ্বৰক ) বাহ্যাভন্তৰঃ ( ভিতৰে আৰু বাহিৰে ) শুচিঃ (পবিত্ৰ )

মা ( মোক ) মন্যুঃ ( চিন্তাশক্তি ) মন্যুপতয়ঃ ( চিন্তাশক্তিৰ অধীশ্বৰ ) মন্যুকৃতেভ্যঃ ( চিন্তাৰ প্ৰাচোদনাবিলাকৰ পৰা ) পাপেভ্যঃ ( পাপবিলাকৰ পৰা ) ৰক্ষন্তাম্ ( ৰক্ষা কৰক ) যৎ ( যি ) ৰাত্ৰ্যা ( ৰাত্ৰিত ) পাপম্ (পাপ) অকাৰ্ষম্ ( কৰিছিলো মনসা ( মনৰ দ্বাৰা ) বাচা ( কথাৰ দ্বাৰা ) হস্তাভ্যাম ( হাত দুটাৰ দ্বাৰা ) পদ্ভ্যাম্ ( ভৰি দুটাৰ দ্বাৰা ) উদৰেণ ( পেটৰ দ্বাৰা ) ( শিশ্না জননেন্দ্ৰিয়ৰ দ্বাৰা ) ৰাত্ৰিঃ ( ৰাতি ) তৎ ( সেইবিলাক ) অবলুম্পতু ( বিদূৰ কৰক ) যৎ কিঞ্চ ( যিহকে ) দুৰিতম্ ( দোষ ) ময়ি ( মোৰ গাত) ইদম্ ( এইবিলাক ) অহম্ ( মই ) মাম্ ( মোক ) অমৃতযোনৌ ( অমৃতত্বৰ উৎসত ) সূৰ্য্যে—জ্যোতিষি ( জ্যোতিঃ ৰূপ সূৰ্য্যত ) জুহোমি ( মই আহুতি দিলো ) স্বাহা ( আহুতি দিয়াৰ মন্ত্ৰ )

ওঁ আগমাৰ্থম্ ( অহাৰ নিমিত্তে ) তু ( বাস্তৱিকতে ) দেবানাম্ ( দেবতাসকলৰ ) গমনাৰ্থং ( বিদূৰ হোৱাৰ নিমিত্তে ) ৰক্ষসাম্ ( ৰাক্ষস বা পিশাচবিলাকৰ ) কুৰ্ব্বে ( মই কৰো ) ঘণ্টাৰবং (ঘণ্টাৰ শব্দ) তত্ৰ ( তাত ) দেবতাহ্বান-লাঞ্ছনম্ ( দেৱতাসকলৰ আহ্বানৰ নিমিত্তে ) অপসৰ্পন্ত ( আঁতৰ হওঁক ) যে ( যিবিলাক ) ভূতাঃ ( প্ৰাণীবিলাক ) যে ( যি ) ভূতাঃ ( প্ৰাণীবিলাক ) ভূমি সংস্থিতাঃ ( পৃথিবীত থকা ) যে ( যিবিলাক ) ভূতাঃ ( প্ৰাণীবিলাক ) বিঘ্নকৰ্ত্তাৰঃ ( বিঘিনি জন্মোৱাবিলাক ) তে ( তেওঁলোক ) গচ্ছন্তু ( আঁতৰ হওঁক ) শিবাজ্ঞয়া শিৱৰ আদেশ মতে ( অপক্ৰামন্ত্ব ( গুচি যাওক ) ভূতানি ( ভূতবিলাক ) পিশাচাঃ (পিশাচবিলাক) সৰ্ব্বতো দিশম্ ( সকলোফালে ) সৰ্ব্বেষাম্ (সকলোৰে ) অবিৰোধেন ( বিঘিনি নোহোৱাকৈ) ব্ৰহ্মকৰ্ম্ম ( দেৱপূজা ) সমাৰভে ( মই আৰম্ভ কৰো)

### দিগ্বন্ধঃ—

( দিক্ কেইটা মন্ত্ৰৰ দ্বাৰা বান্ধি লোৱা )

ওঁভূৰ্ভূবস্ব ঃ—এই মন্ত্ৰৰ দ্বাৰা ইচ্ছাশক্তি প্ৰয়োগ কৰি দিক্ কেইটা বান্ধি লব।

ধূপঃ—ধূপ্ জলাব।

**অধ্বৰ্য্যু ঃ—**

ওঁ = ওঁ যেন ( যাৰ দ্বাৰা ) দেবাঃ ( দেৱতা-সকল ) পৱিত্ৰেন ( পৱিত্ৰ কৰাৰ পৰা ) আত্মানম ( অন্তৰাত্মা ) পুনতে ( পৱিত্ৰ হয় ) সদা (সদাই) তেন ( তাৰ দ্বাৰা ) সহস্ৰধাৰেণ ( সহস্ৰ ধাৰাত বিভক্ত হোৱা ) পাৱমান্যঃ ( পৱিত্ৰকাৰী স্তোত্ৰৰ দ্বাৰা ) পুনন্তু ( পৱিত্ৰ কৰক ) মা ( মোক )

প্ৰাজাপত্যম্ ( প্ৰজাপতিৰ সকলো ) পৱিত্ৰম ( পৱিত্ৰতা ) শতোদ্যামম্ ( বহুত শক্তিৰ ) হিৰন্ময়ম্ ( সোনালী ) তেন ( তাৰ দ্বাৰা ) ব্ৰহ্মবিদো ( ব্ৰহ্মাক জনা সকল ) বয়ম্ ( আমি ) পুতম্ ( পৱিত্ৰ কৰা ) ব্ৰহ্ম ( ব্ৰহ্ম ) পুনীমহে ( পৱিত্ৰ কৰো )

ইন্দ্ৰঃ ( ইন্দ্ৰ ) সুনীতী ( উপযুক্ত শাসনৰ ) সহ ( সৈতে ) মা ( মোক ) পুনাতু ( পৱিত্ৰ কৰোক ) সোম ( সোম ) স্বস্ত্যা ( সুখৰ দ্বাৰা ) বৰুণঃ ( বৰুণ ) সমীচ্যা ( যথা দৰ্শনৰ দ্বাৰা ) যমো ৰাজা ( যম ৰজাই ) প্ৰমৃণাভিঃ ( ধ্বংশ কাৰী শক্তিৰ দ্বাৰা ) পুনাতু ( পৱিত্ৰ কৰোক ) মা ( মোক ) জাতবেদাঃ ( সকলো জনা সূৰ্য্য বা সকলো ধ্বংশকাৰী অগ্নিদেৱতা ) মা ( মোক ) উৰ্জ্জয়ন্ত্যা ( ক্ষমতা দিয়া শক্তিৰ দ্বাৰা ) পুনাতু ( পৱিত্ৰ কৰোক )

পুৰোহিত জনে ধুপ লৈ থিয় হব।

**সৰ্ব্বে ঃ—**

ওঁ ভূঃ। ওঁ ভুবঃ। ওঁ স্বঃ। ওঁ মহঃ। ওঁ জনঃ। ওঁ তপঃ। ওঁ সত্যম্। ( ওঁ মন্ত্ৰ উচ্চাৰণ কৰি এই সাতলোকৰ কথা ভাবিব )

ওঁ তৎ ( সেই ) সবিতুঃ ( সূৰ্য্যৰ ) বৰেণ্যম্ ( অতি উত্তম ) ভৰ্গঃ ( কান্তি ) দেবস্য ( দেৱতাৰ ) ধীমহি ( আমি চিন্তা কৰো ) ধিয়ঃ ( বুদ্ধিবৃত্তী-নিলাক ) যঃ ( যোনে ) নঃ ( আমালোকৰ ) প্ৰচোদয়াৎ ( চালনা কৰোক ) ওঁ আপঃ ( পানী ) জ্যোতিঃ ( জ্যোতি ) ৰসঃ ( ৰস ) অমৃতম্ ( অমৃতত্ব ) ব্ৰহ্ম ( ব্ৰহ্মা ) ভূঃ ( ভূলোক ) ভুবঃ ( অন্তৰীক্ষ লোক ) স্বঃ ( মানসিক লোক) ওঁ ( ওম্ )

## দেবস্য আহ্বানম্ ( দেৱতাসকলক আহ্বান কৰা )

ইতি ( এনেকই ) অগ্নি প্ৰতিষ্ঠাপনম্ ( অগ্নি দেৱতাক প্ৰতিষ্ঠা কৰিব )

চত্বাৰি ( চাৰিটা ) শৃংগাঃ ( শিং ) ত্ৰয়ো ( তিনিটা ) অস্য ( ইয়াৰ ) পাদাঃ ( ভৰি ) দ্বে ( দুটা ) শীৰ্ষে ( মূৰ ) সপ্ত (সাতোটা ) হস্তাসঃ ( হাত ) অস্য ( ইয়াৰ ) ত্ৰিধা ( তিনি প্ৰকাৰে ( বদ্ধঃ ) বান্ধি থোৱা ( বৃষভঃ ) ষাঁৰে ) ৰোৰবীতি ( হেম্বেলিয়াইছে ) মহঃ (মহান্ ) দেবঃ ( দেৱতাই ) মৰ্ত্ত্যান্ ( মৰ্ত্তালোক ) আবিবেশ ( সোমাইছিল )

এষঃ এই ) হি ( নিশ্চয় ) দেবঃ ( দেৱতা ) প্ৰ দিশঃ ( চাৰিওফালে ) অনু ( ভিতৰলৈ যোৱা ) সৰ্ব্বাঃ (সকলো) পুৰ্ব্বঃ ( প্ৰথমতে ) হি নিশ্চয় ) জাতঃ ( উপজিছে ) সঃ ( তেওঁ ) উ ( আৰু ) গৰ্ভে ( গৰ্ভত ) অন্তঃ ( ভিতৰত ) সঃ ( তেওঁ ) বিজায়মানঃ ( ওপজা ) সঃ ( তেওঁ ) জনিষ্যমানঃ ( পুনঃ ওপজা ) প্ৰত্যঙ্মুখাঃ ( ভিতৰলৈ মুখ কৰা ) তিষ্ঠতি ( আছে ) সৰ্ব্বতোমুখঃ ( সকলো ফালে মুখ কৰি )।

ওঁ অগ্নয়ে ( অগ্নিৰ উদ্দেশ্যে ) স্বাহা ( অৰ্পনা কৰা শব্দ ) অগ্নয়ে ( অগ্নিৰ উদ্দেশ্যে ) ইদম্ ( এইখিনি ) ন ( নহয় ) মম ( মোৰ ) সূৰ্য্যায়

( সূৰ্য্যৰ উদ্দেশ্যে ) প্ৰজাপতয়ে ( সৃষ্টিকাৰী-ব্ৰহ্মাৰ উদ্দেশ্যে )।

অগ্নে ( হে অগ্নি দেৱতা ) নয় ( নিয়া ) সুপথা ( সৎপথত ) ৰায়ে ( সমৃদ্ধিলৈ ) অস্মান্ ( আমালোকক্ ) বিশ্বানি ( বিশ্বস্বৰূপ ) দেব জ্বলি থকা ( বয়ুনানি ) সৎবাটবোৰেদি (বিদ্বান্ ) ( জনা ) যুযোধি ( যুদ্ধ কৰিবলৈ সহায় কৰা ) অস্মৎ ( আমালোকৰ ) জুহুৰানম ( বেকাবেকি বা ভূল ) অনম্ ( পাপ ) ভুয়িষ্ঠাম্ ( অতি বেচি ) তে ( তোমাক ) নমঃ উক্তিম ( বন্দনাৰ গীত ) বিধেম ( গাওঁ )।

মিত্ৰস্য ( মিত্ৰৰ ) চৰ্ষণীধৃতঃ ( জাতীবিলাকক ধৰি থকা ) শ্ৰবঃ ( যশস্যা ) দেৱস্য ( দেৱতাৰ )।

সত্যম্ ( সত্য ) চিত্ৰশ্ৰবস্তমম্ ( আশ্চৰ্য্যজনক যশস্যা থকা সকলৰ ভিতৰত শ্ৰেষ্ঠতম ) মিত্ৰ ( মিত্ৰ দেৱতা ) জনান্ ( মানুহবিলাকক ) যাতয়তি ( পথত চলায় ) প্ৰজানন্ ( ভালকৈ জানি )।

মিত্ৰ ( মিত্ৰ ) দাধাৰ ( ধাৰণ কৰিছিল )। পৃথিবীম ( এই পৃথিবীক ) উত ( আৰু ) দ্যাম্ ( স্বৰ্গক )।

মিত্ৰঃ ( মিত্ৰ ) কৃষ্টীঃ ( মানুহক ) অনিমিষা ( চকুৰ পচাৰ নমৰাকৈ ) অভিচষ্টে ( চাই থাকে ) সত্যায় ( সত্যস্বৰূপক ) হব্যম্ ( আহুতি ) ঘৃতবৎ ( ঘিউৰ ) বিধেম ( দিওঁ )।

প্ৰ ( ভালকৈ ) সঃ ( তেওঁ ) মিত্ৰ ( হে মিত্ৰ-দেৱতা ) মৰ্ত্তঃ ( মানুহবিলাক ) অস্তু ( হওক ) প্ৰযস্বান্ ( সমৃদ্ধিশালী ) যঃ ( যি ) তে ( তোমাৰ ) আদিত্য ( সূৰ্য্য ) শিক্ষতি ( শিক্ষা দিয়ে ) ব্ৰতেন ( নিয়মৰ দ্বাৰা ) ন ( নহয় ) হন্যতে ( মৰা ) ন ( নহয় ) জীয়তে ( জয় কৰা নহয় ) ত্বোতঃ ( তোমাৰ আশ্ৰয় লাভ কৰি ) ন ( নহয় ) এনম ( এওঁক ) অংহঃ ( পাপে ) অশ্নোতি ( স্পৰ্শ কৰা ) অন্তিতঃ ( ওচৰৰ পৰা ) ন ( নহয় ) দুৰাৎ ( দূৰৰ পৰা )।

ওঁ ভূঃ ইতি শিৰসি ( ওঁ ভূঃ এই বুলি শীৰ স্পৰ্শ কৰিব ) ওঁ ভুবঃ ইতি ললাটে ( ওঁ ভুবঃ এই বুলি কপাল স্পৰ্শ কৰিব ) ওঁ স্বঃ ইতি কণ্ঠে ( ওঁ স্বঃ এই বুলি কণ্ঠ স্পৰ্শ কৰিব ) ওঁ মহঃ ইতি নাভৌ ( ওঁ মহঃ এই বুলি নাভি-দেশ স্পৰ্শ কৰিব ) ওঁ জনঃ ইতি হৃদয়ে ( ওঁ জনঃ এই বুলি হৃদয় স্পৰ্শ কৰিব ) ওঁ তপঃ ইতি বামস্কন্ধে ( ওঁ তপঃ এই বুলি বাওঁ বাহু স্পৰ্শ কৰিব ) ওঁ সত্যম্ ইতি দক্ষিণস্কন্ধে ( ওঁ সত্যম্ এই বুলি সোঁ বাহু স্পৰ্শ কৰিব ) ইয়াৰ পিচত শীৰ স্পৰ্শ কৰি বাকি খিনি গায়ত্ৰী গাব )।

## আপো দেবতাঃ

ওঁ দধিক্ৰাব্নঃ ( দধিক্ৰাবনৰ ) অকাৰিষম্ ( মই কৰিছো ) জিষ্ণোঃ ( সদায় বিজয়ীৰ ) অশ্বস্য ( ঘোৰাৰ ) বাজিনঃ ( বেগী ) সুৰভি ( সুগন্ধি ) নঃ ( আমালোকৰ ) মুখাঃ ( মুখ-বিলাক ) কৰৎ ( কৰিব ) প্ৰ ( ভাল ) নঃ ( আমালোকৰ ) আয়ুংষি ( আয়ুঃ ) তাৰিষৎ ( দীঘল কৰক )।

ওঁ আপঃ ( হে পানী ) হি ( নিশ্চয় ) ষ্ঠাঃ ( হোৱা ) ময়োভুবঃ ( সুখৰ কাৰণ ) তাঃ ( তেওঁলোক ) নঃ ( আমালোকক ) উৰ্জ্জে ( বলত ) দধাতন ( প্ৰতিষ্ঠা কৰা ) মহে ( ডাঙৰ ) ৰণায় ( সন্তোষজনক ) চক্ষসে ( স্বপ্নৰ নিমিত্তে ) যঃ ( যি ) বঃ ( আমালোকৰ ) শিবতমঃ ( অতি মঙ্গলময় ) ৰসঃ ( ৰস ) তস্য ( তেওঁৰ ) ভাজয়ত ( ভাগ কৰি দিয়া ) ইহ ( ইয়াত ) নঃ

( আমালোকক ) উশতীঃ ( প্ৰীয় ) ইব ( নিচিনা ) অস্য ( যাৰ ) ক্ষয়ায় ( মঙ্গলৰ নিমিত্তে ) জিন্বথ ( যত্ন কৰা ) আপো ( হে পানী ) জনয়থ ( বৃদ্ধি কৰা ) চ ( আৰু ) নঃ ( আমাক )।

সৰ্ব্বে—ওঁ আপো ( পানী ) বৈ ( নিশ্চয় ) ইদম্ ( এই ) সৰ্ব্বম ( সকলো ) আপঃ ( পানী ) পশবঃ ( জন্তুবিলাক ) অন্নম ( আহাৰ ) অমৃতম ( অমৰত্ব ) সম্ৰাট ( পাৰ্থিব শক্তি ) বিৰাট ( বিশ্বশক্তি ) স্বৰাট ( আত্মশক্তি ) ছন্দাংসি ( পবিত্ৰ ভাবৰ তৰঙ্গবিলাক ) যজুংষি ( যাগ-যজ্ঞবিলাক ) সত্যম ( সত্যবস্তু ) সৰ্ব্বদেবতাঃ ( দেবতাসকল )।

অধ্বৰ্য্যু—( পুৰোহিত

ইদম ( এইবোৰ ) মে ( মোৰ ) বৰুণ ( হে বৰুণ ) শ্ৰুধি ( শুনা ) হবম ( আহ্বান ) অদ্য ( আজি ) মৃড়য় ( আনন্দিত কৰা ) ত্বাম্ ( তোমাক ) অবস্যু ( সহায় বিচাৰি ) আচকে ( মই প্ৰাৰ্থনা কৰো ) তৎ ( সেই ) ত্বা ( তোমাক ) যামি ( বিচাৰো ) ব্ৰহ্মানা ( স্তুতিৰ দ্বাৰা ) বন্দমানা ( বন্দনা কৰি ) তৎ ( সেই ) আশাস্তে ( প্ৰাৰ্থনাবোৰ ) যজমান ( পূজা কৰি ) হবির্ভিঃ ( আহুতিৰ দ্বাৰা ) অহেডমানো ( অবমান নকৰি ) ইহ ( ইয়াত ) বোধি ( মন কৰা ) উৰুশংস ( সকলো ৰকমৰ প্ৰশংসাৰ পাত্ৰ ঈশ্বৰ ) মা ( নকৰিবা ) নঃ ( আমালোকৰ ) আয়ুঃ ( জীৱন ) প্ৰমোষীঃ ( নষ্ট নকৰিবা )।

যচ্চিৎ ( যিহকে ) হি ( নিশ্চয়কৈ ) তে ( তোমাৰ ) বিশঃ ( সাধাৰণ মানুহে ) যথা ( যেনেকৈ ) প্ৰ ( বেচিকৈ ) দেব ( দেৱতা ) ব্ৰতম ( আইন, নিয়ম ) মিনীমসি ( ভঙ্গ কৰো ) দ্যবিদ্যবি ( দিনে দিনে ) যৎকিঞ্চ ( যিহকে ) ইদম ( এই ) বৰুণ ( হে বৰুণ )।

দৈব্যে জনে ( দেবতাসকলৰ প্ৰতি ) অভিদ্ৰোহম্ (দোষ) চৰামসি (আচৰণ কৰো) অচিত্তি (নভবা নিচিন্তাকৈ) যৎ (যি) তব (তোমোৰ) ধৰ্ম্মাঃ (আইনবিলাক) যুযোপিম (আমি ভঙ্গ কৰো) মা (নকৰিবা) নঃ (আমালোকক) তস্মাৎ এনসঃ (সেই পাপৰপৰা) দেব (হে দেৱতা) ৰীৰিষঃ (নষ্ট কৰা)

কিতবাসঃ ( দ্যুতক্ৰীড়াত লিপ্ত হোৱা মানুহবোৰে ) যৎ (যেনেকৈ ) দীবি ( দ্যুতক্ৰীড়াত) অঘং ( পাপ ) ৰিৰিপুঃ ( দোষ গাত দিয়ে ) উত ( আৰু ) যৎ (যি ) ন ( নহয় ) বিদ্ম (আমি জানো) সৰ্ব্বাঃ (সকলো) তা (সেইবিলাক) বিষ্য (গুচোৱা) শিথিৰাঃ (ঢিলা) ইব (যেন) দেব দেৱতাঃ অথ পিচত) তে (তোমাৰ) স্যাম হব পাৰো প্ৰিয়াসঃ (মৰমৰ পাত্ৰ

[ পাত্ৰৰ পৰা চাৰিওফালে পানী চটিয়াই গায় ]

সৰ্ব্বে—(সকলোৱে)

ওঁ প্ৰাণ-অপান ব্যান উদান সমান ( এই পাচটা জীৱৰ গাত থকা বায়ু ) মে ( মোৰ ) শুধ্যন্তাম্ (পবিত্ৰ হওক) জ্যোতি (জ্বলি থকা অগ্নিশিখা) অহম্ (মই) হও বিৰজা (দুখ, শোক নথকা), বিপাপ্মা (পাপ নথকা) ভূয়াসম্ (হব পাৰো) স্বাহা (আহুবণীয় মন্ত্ৰ) পৃথিবী (পৃথিবী) অপ্ (পানী) তেজস্ (দীপ্তি) বায়ুঃ (বায়ু) আকাশাঃ (ব্যোম)

শব্দ (শব্দ) স্পৰ্শ (স্পৰ্শ) ৰূপ (ৰূপ) ৰস (ৰস) গন্ধঃ (গন্ধ) মনস্ (চিন্তা) বাক্ (বাক্য) কায় (শৰীৰ) কৰ্ম্মানি (কৰ্ম্মবিলাক)

অন্নময় (শৰীৰ) প্ৰাণময় (প্ৰাণ থকা অবয়ব) মনোময় (মানস শৰীৰ) বিজ্ঞানময় (বোধৰ অবয়ব) আনন্দময় (আনন্দৰ অবয়ব)

আত্মা ও অন্তৰাত্মা পৰমাত্মা (আত্মাৰ তিনিটা অৱস্থাৰ কথা উনুকিয়াইছে)

থিয় হৈ শলিতাত জুই লগাই পুৰোহিতে গায় ]

আ-(বৰ্ত্তমানঃ) (আগলৈ পিচলৈ গৈ) সত্যেন (সচাঁকৈয়ে) ৰজসা (অনন্তত) নিবেশয়ন্ (থিকমতে ৰাখি) অমৃতম্ (অমৰবিলাক) মৰ্ত্ত্যঞ্চ (মৰাবিলাক)

হিৰণ্যয়েন (সোণালী) সবিতা (সূৰ্য্য) ৰথেন (ৰথত) দেবঃ (দেৱতা) যাতি (যায়) ভুবনাঃ (পৃথক পৃথক লোকবিলাক) বিপশ্যন্ ( নিৰীক্ষণ কৰি )

উৎ (ওপৰত) বয়ম্ (আমি) তমসঃ (এন্ধাৰৰ পৰা) পৰিপশ্যন্তো (সাৱধানেৰে চাই) জ্যোতিঃ (অগ্নিশিখা) উত্তমম (ওখ ঠাইত থৈ দেৱম্ (দেৱতা) দেবত্ৰা (দেৱতাসকল) সূৰ্য্যম্ (সূৰ্য্য) অগন্ম ( দেখে ) জ্যোতিঃ ( জ্যোতি) উত্তমম্ ( শ্ৰেষ্ঠ ) উদ ( ওখত ) ত্বম্ ( তেওঁক ) জাতবেদসম (সূৰ্য্যক) দেবম্ ( দেৱতা ) বহন্তি (বহন কৰে) কেতবঃ (তেওঁৰ ৰশ্মি)

দৃশে (দৰ্শনৰ নিমিত্তে) বিশ্বায় (বিশ্বৰ নিমিত্তে) সূৰ্য্যম্ (সূৰ্য্য) চিত্ৰম (আচৰিত জনক) দেবানাম্ (দেৱতাসকলৰ) উদগাৎ (ওপৰলৈ উঠিছে) অনীকম্ (পবিত্ৰতা) চক্ষুঃ (চকু) মিত্ৰস্য ( মিত্ৰৰ ) বৰুণস্য (বৰুণৰ) অগ্নেঃ (অগ্নিৰ)

আপ্ৰাঃ (চাৰিওফালৰ পৰা পূৰ্ণ হৈছে) দ্যাবা পৃথিবী (স্বৰ্গ আৰু পৃথিবী) অন্তৰিক্ষম্ (স্বৰ্গ আৰু পৃথিবীৰ মাজভাগ) সূৰ্য্যঃ (সূৰ্য্যই) আত্মা (আত্মা) জগতঃ (জগতৰ) তস্থুষঃ (একে ঠাইতে থকাবোৰৰ) চ (আৰু)

সৰ্ব্বে (সকলোৰে) ওঁ আদ্ৰং (তিতাকৈ) জ্বলতি (জ্বলিছে) জ্যোতিঃ (জ্যোতিঃ) অহম্ (মই) অস্মি (হওঁ) জ্বলতি (জ্বলিছে) ব্ৰহ্ম (ব্ৰহ্ম) অহম্ (মই) অস্মি (মই হওঁ) ব্ৰহ্ম (ব্ৰহ্ম) অহম্ (মই) অস্মি (হওঁ) অহম্ (মই) অস্মি (হওঁ) অহম্ (মই) এব (আৰু) অহম (মই) মাম্ (মোক) জুহোমি (মই উৎসৰ্গা কৰিছো) স্বাহা (উৎসৰ্গাৰ মন্ত্ৰ)

(পুৰোহিতে জুই জ্বগাব আৰু অন্যবিলাকে থিয় হৈ এই মন্ত্ৰ গাব)

## ধ্যানম্

ওঁ সহস্ৰশীৰ্ষাঃ (হেজাৰ হেজাৰ মূৰ থকা ইয়াত হেজাৰ শব্দৰ অৰ্থ অসংখ্য বুলি ধৰি লব লাগিব) পুৰুষঃ (পুৰুষ) সহস্ৰাক্ষঃ হেজাৰ হেজাৰ চকু থকা) সহস্ৰপাৎ (হেজাৰ হেজাৰ ভৰি থকা) স (তেও) ভুমিম্ (পৃথিবীক) বিশ্বতঃ (চাৰিওফালে) বৃত্বা (ব্যাপ্ত কৰি) অতি (অতিক্ৰম কৰি) অতিষ্ঠৎ (আছিল) দশাঙ্গুলম্ (দশ আঙ্গুলি) পুৰুষঃ (পুৰুষ) এব (কেৱল) ইদম্ (এই) সৰ্ব্বম্ (সকলো) যৎ (যি) ভূতম্ (হৈছে) যৎ (যি) চ (আৰু) ভব্যম (হ'ব) উত (আৰু) অমৃতত্বস্য (অমৰত্বৰ) ঈশানঃ (শাসনকৰ্ত্তা) যৎ (যি) অন্নেন (আহাৰৰ দ্বাৰা) অতিৰোহতি (প্ৰকাশ পায়)

এতাবান্ (ইমান) অস্য (এওঁৰ) মহিমা শ্ৰেষ্ঠতা) অতঃ (এওৰ পৰাই) জ্যায়ান্ (শ্ৰেষ্ঠ) চ (আৰু) পুৰুষঃ (পুৰুষ) পাদঃ (এক চতুৰ্থাংশ) অস্য ( এওঁৰ ) বিশ্বাভূতানি ( সকলো সৃজন কৰা বস্তুবিলাক ) ত্ৰিপাদ (তৃতীয়াংশ) অস্য ( তেওঁৰ) অমৃতম্ ( অমৃত ) দিবি ( স্বৰ্গত বা জ্যোতি মণ্ডলত )

ওঁ তৎ ( সেই ) বিষ্ণোঃ ( সকলোতে ব্যাপি থাকা ঈশ্বৰৰ ) পৰমম্ ( শ্ৰেষ্ঠ ) পদম্ ( স্থানম্ ) সদা ( সদাই ) পশ্যন্তি ( দেখে ) সুৰয়ঃ ( দেবতা সকলে ) দিবি ( স্বৰ্গত থকা ) ইব ( নিচিনা ) চক্ষুঃ ( চকু ) আততম্ ব্যাপ্ত ( তৎ ) সেই বিপ্ৰাসঃ ( জ্ঞানী ) বিপন্যবঃ ( ভক্তসকলে ) জাগৃবাংসঃ ( সদাই জাগৰিত থকা সকলে )

সন্নিষ্কতে ( জলাই থাকে ) বিষ্ণো: ( সকলোতে ব্যাপি থকা ঈশ্বৰৰ ) যৎ ( যি ) পৰমম্ ( পৰম শ্ৰেষ্ঠ ) পদম ( স্থান )

ওঁ নম: ( নমস্কাৰ ) তে ( তোমাক ) অস্তু ( হওক ) ভগবন্ ( হে ঈশ্বৰ ) বিশ্বেশ্বৰায় ( বিশ্বৰ ঈশ্বৰক ) মহাদেবায় ( দেৱতাসকলৰ শ্ৰেষ্ঠ দেৱতাক ) ত্ৰ্যম্বকায় ( তিনি চকু থকা ঈশ্বৰক ) ত্ৰিপুৰান্তকায় ( তিনি পুৰ ধ্বংশ কৰোতা জনক ) ত্ৰিকাগ্নিকালায় ( তিনিখন পৃথিবী ধ্বংস কৰা জুইক ) কালাগ্নিৰুদ্ৰায় ( সকলোকে ধ্বংশ কৰা জুই স্বৰূপক ) নীলকণ্ঠায় ( নীল বৰণীয়া কণ্ঠ থকা জনক ) মৃত্যুঞ্জয়ায় ( মৃত্যুক জয় কৰা জনক ) সৰ্ব্বেশ্বৰায় ( সকলোৰে ঈশ্বৰক ) সদাশিবায় ( সৰ্ব্বমঙ্গলময় ঈশ্বৰক ) শ্ৰীমন্মহাদেবায় ( দেৱতাসকলৰ ভিতৰত পৰম শ্ৰেষ্ঠক ) নম: ( নমস্কাৰ )

( ফুল ভগাই দিয়া হয় আৰু তলৰ মন্ত্ৰখিনি গাবলৈ সকলোৱে হাতে হাতে লৈ থাকে )

**সহস্ৰশীৰ্ষম্** ( হেজাৰ হেজাৰ শীৰ থকা ) দেৱম্ ( দেৱতাক ) বিশ্বাক্ষম্ ( সকলোকে দেখাজনক ) বিশ্বশংভুৱম্ ( বিশ্বসুখৰ গৰাকীক ) বিশ্বম্ ( সৰ্ব্বত্ৰস্থায়ী জনক ) নাৰায়ণম্ ( সকলো মানুহৰ আশ্ৰয়ক ) দেৱম্ ( দীপ্যমানজনক ) অক্ষৰম্ ( বিনাশ নোহোৱা জনক ) পৰমম্ ( শ্ৰেষ্ঠ ) পদম্ ( আশ্ৰয়স্থান ) বিশ্ব ( চাৰিওফালৰ পৰা ) পৰমম্ ( শ্ৰেষ্ঠক ) নিত্যম্ ( সদা স্থায়ী জনক ) বিশ্বম্ ( সকলোতে থকা জনক ) নাৰায়ণম্ হৰিম্ ।

বিশ্বম্ ( সকলোকে আগুৰি থকাজনক ) এব ( কেৱল ) ইদম্ ( এই ) পুৰুষ: ( পুৰুষ ) তৎ ( সেই ) বিশ্বম্—উপজীৱতি ( থাকে )

পতিম ( প্ৰভু ) বিশ্বস্য ( সকলোৰে ) আত্মেশ্বৰম্ ( আত্মাৰ ঈশ্বৰক ) শাশ্বতম্ ( অনন্তক ) শিবম্ ( মঙ্গলময়ক ) অচ্যুতম্ ( সৰ্ব্ববিজয়ী প্ৰভুক )

নাৰায়ণম্ ( নাৰায়ণক ) মহাজ্ঞেয়ম্ ( শ্ৰেষ্ঠ জানিব লগীয়াক ) বিশ্বাত্মানম্ ( সকলোৰে আত্মাক ) পৰায়ণম্ ( পৰম আশ্ৰয়ক ) নাৰায়ণ পৰম ( শ্ৰেষ্ঠ ) ব্ৰহ্ম ( ব্ৰহ্মক ) তত্ত্বম্ ( সত্যক ) নাৰায়ণ: পৰ: ( শ্ৰেষ্ঠ নাৰায়ণ )

পৰ: ( শ্ৰেষ্ঠ ) জ্যোতি: ( জ্যোতি ) আত্মা ( অন্তৰাত্মা ) ধ্যাতা ( ধ্যান কৰোতা ) ধ্যানম্ ( ধ্যান্ )

যৎ চ কিংচিৎ ( যিয়েই নহওক ) জগৎ ( পৃথিবী ) সৰ্ব্বং ( সকলো ) দৃশ্যতে ( দেখা যায় ) শ্ৰূয়তে ( শুনা যায় ) অপি ( যদি ) বা অন্ত: ( ভিতৰত ) বহি: ( বাহিৰত ) চ ( আৰু ) তৎ ( সেই ) সৰ্ব্বম্ ( সকলো ) ব্যাপ্য ( ব্যাপি ) নাৰায়ন: ( নাৰায়ণ ) স্থিত: ( আছে ) অনন্তম্ ( অন্ত নোহোৱা ) অব্যয়ম্ ( শেষ নোহোৱা ) কবিম্ ( জ্ঞানী ) সমুদ্ৰেন্তম্ ( জীৱন সাগৰৰ সিপাৰে থকা ) বিশ্বশম্ভুৱম্ ( সকলো সুখৰ আদিক )

স: ( তেওঁ ) ব্ৰহ্মা ( ব্ৰহ্মা ) শিব: ( মঙ্গলময় ) হৰি: ( হৰি ) স ( তেওঁ ) ( ইন্দ্ৰ ) স: ( তেওঁ ) অক্ষৰ: ( অবিনাশী ) পৰম: ( পৰম ) স্বৰাট ( আপোনাআপুনি প্ৰকাশ হৈ থকা )

ওঁ তৎ ( তেৱেঁই ) ব্ৰহ্ম বায়ু: ( শ্বাস ) আত্মা ( অন্তৰাত্মা ) সত্যম্ ( সত্য ) সৰ্ব্বম্ ( সকলো ) পুৰো: ( শ্ৰেষ্ঠৰ ) অন্ত: ( ভিতৰত থকা ) চৰতি ( বাস কৰে ) ভূতেষু ( প্ৰাণী-বিলাকত ) গুহায়াম্ ( গুহাত ) বিশ্বমূৰ্ত্তিষু ( সকলো মূৰ্ত্তিত ) ত্বম্ ( তুমি ) যজ্ঞ: ( যজ্ঞ )

PLEASE HANDLE THE BOOK CAREFULLY



বষটকাৰ ( বষট্‌শব্দ ) ত্বম্ ( তুমি ) তৎ ( সেই ) আপঃ ( পাণী ) জ্যোতি ( জ্যেতি ) ৰসঃ ( ৰস ) অমৃত ( অমৃত ) ব্ৰহ্ম (ব্ৰহ্ম) ভূর্ভুবঃস্বঃ তিনিওলোক )

ওঁ ঋতম্ ( সত্য ) সত্যম্ ( সত্য ) পৰম্ ব্ৰহ্ম ( শ্ৰেষ্ঠ ঈশ্বৰ ) কৃষ্ণপিঙ্গলম্ ( কলা আৰু পিঙ্গল বৰণীয়া ) উৰ্দ্ধৰেতম্ ( সদাই ব্ৰহ্মচাৰী ) বিৰূপাক্ষম্ বহুত দৃষ্টি থকা ( বিশ্বৰূপায় ) সকলো ৰূপতে থকা ) বৈ ( নিশ্চয়ার্থে ) নমঃ ( নমস্কাৰ ) এই বুলি কৈ ফুল চতিয়াই দিয়ে।

( বহি পবিত্ৰ কৰা পাণীৰ ওপৰত হাত ৰাখি নেতাজনে তলত লিখা খিনি গাব )

## নৈবেদ্যম্ ( নিবেদন )

সৰ্ব্বে — ওঁ ·····প্ৰচোদয়াৎ ( আগেয়ে ইয়াৰ অৰ্থ লিখা হৈছে ) দেব ( দেৱতা ) সবিতঃ ( হে সূৰ্য্য ) প্ৰসুব ( প্ৰেৰণা দিয়া ) সত্যম্ ( সত্যম্ ) তু ( নিশ্চয়কৈ ) সতেন ( সত্যনিয়মৰ দ্বাৰা ) পৰিষিঞ্চামি ( সিচি দিওঁ )।

ওঁ······স্বাহা ( আগেয়ে অৰ্থ দিয়া হৈছে ) সৰ্ব্বে ( সকলোৱে )।

ওঁ ব্ৰহ্মণি ( ব্ৰহ্মত ) মে ( মোৰ ) আত্মা ( আত্মা ) অমৃতত্বায় ( অমৰত্বৰ নিমিত্তে )।

**দিগ্বিমোকঃ** ( আগেয়ে চিন্তাশক্তিৰ দ্বাৰা বন্ধ কৰি দিয়া, দিক্ চাৰিটা মুকলি কৰি দিব )।

অধ্বৰ্য্যুঃ—

ভূৰ্ভুবস্বৰ্ ওঁ ( এই মন্ত্ৰৰ দ্বাৰা দিক্ কেইটা মুকলি কৰি দিব )।

[ সকলো থিয় হব আৰু পুৰোহিতে জন-সমাজৰ ফালে মুখ কৰি এই আশীৰ্ব্বাদ দিব ]

## আশীৰ্ব্বাদঃ।

অধ্বৰ্য্যুঃ—

ওঁ ঋধ্যা ( সম্পদৰ দ্বাৰা ) স্ম ( হব পাৰো ) হব্যৈঃ ( স্তুতি বা নৈবেদ্যৰ দ্বাৰা ) নমসা ( প্ৰণামৰ দ্বাৰা ) উপসদ্য ( ওচৰ চাপি ) মিত্ৰম্ ( মিত্ৰ ) দেবম্ ( দেৱম্ ) মিত্ৰধেয়ম্ (মিত্ৰ দেৱতাৰ আশ্ৰয়) নঃ ( আমালোকৰ ) অস্তু ( হব পাৰো ) অনুৰাধান্ ( সুখ বা তেওঁৰ কৃপা ) হবিষা ( অৰ্পনাৰ দ্বাৰা ) বৰ্দ্ধয়ন্তঃ ( বাঢ়ি যোৱা ) শতম্ ( এশ ) জীবেন ( জীয়াই থাকিব পাৰো ) শৰদঃ ( শৰৎকাল ) সবীৰাঃ ( বীৰসকলৰ বা সিদ্ধসকলৰ সঙ্গত )

ওঁ তৎ ( সেই ) শংযোঃ ( সুখৰ ) আবৃণীমহে ( বিচাৰো ) গাতুম ( গান কৰিবলৈ ) যজ্ঞায় ( যজ্ঞৰ নিমিত্তে ) যজ্ঞপতয়ে ( যজ্ঞৰ ঈশ্বৰ ) দৈবী ( স্বৰ্গীয় ) স্বস্তি ( সুখ ) অস্তু ( হওক ) নঃ ( আমালোকৰ ) স্বস্তি ( আশীৰ্ব্বাদ ) মানুষেভ্যঃ ( মানুহৰ ) উৰ্দ্ধম ( ওপৰলৈ ) জিগাতু ( যাওক ) ভেষজম্ ( নিৰোগ কৰা ঔষধ ) শং ( আশীৰ্ব্বাদ ) নঃ আমালোকৰ দ্বিপদে ( দুই ভৰি থকা বিলাকলৈ ) শং ( আশীৰ্ব্বাদ ) চতুষ্পদে ( চাৰি ঠেঙ্গীয়া বিলাকলৈ )।

## ওঁ শান্তিঃ।

ওঁ সৰ্ব্বে ( সকলোৱে ) বৈ ( নিশ্চয়কৈ ) সুখিনঃ ( সুখী ) সন্তু ( হওঁক ) সৰ্ব্বে ( সকলো ) সন্তু ( হওঁক ) নিৰাময়াঃ ( ৰোগৰ পৰা মুক্ত ) সৰ্ব্বে ( সকলোৱে ) ভদ্ৰানি ( মঙ্গল ) পশ্যন্তু ( দেখক ) ন ( নহওক ) কশ্চিৎ ( কাৰো ) দুঃখভাক্ ( দুঃখৰ ভাগি বা দুখী ) ভবেৎ (হওক) ওম্ শান্তিঃ শান্তিঃ শান্তিঃ।

ওঁ তৎ ( সেই সকলো সৎ বস্তু ) সৎ ( সত্য বস্তু ) ব্ৰহ্মাৰ্পনম্ ( ব্ৰহ্মৰ উদ্দেশ্যে অৰ্পনা কৰা ) অস্তু ( হওক )।



"সত্যতকৈ ডাঙৰ ধৰ্ম্ম নাই।"

ব্ৰহ্মবিদ্যা সমিতিত (Theosophical society) এই সত্য উপলব্ধি কৰাৰ বাট দেখুৱা হয়।

এই সমিতিৰ উদ্দেশ্য—

(১) স্ত্ৰী-পুৰুষ জাতি-বৰ্ণ নিৰ্ব্বিশেষে জগতত ভাতৃভাৱ স্থাপন কৰা।

(২) সকলো ধৰ্ম্মৰে সমালোচনামুলক তথ্য আলোচনা কৰা।

(৩) নিজ অন্তৰত থকা সুপ্ত-শক্তি জাগৃত কৰা।

যি সকলে এই সমিতিত যোগদান দিব খোজে, চেক্ৰেটাৰিলৈ লিখক। ইয়াৰ সভ্য হৈ সহজে সিদ্ধ ঋষি সকলৰ দীক্ষা পাব পাৰিব।

সেৱকবৃন্দ—

শ্ৰীৰজনিকান্ত বৰদলৈ (Retired (E. A. C)
President Gauhati Lodge.

শ্ৰীবিষ্ণুপ্ৰসাদ দুৱৰা (Retired E. A. C)
Secretary—Gauhati Lodge.

শ্ৰীহৰিপ্ৰসন্ন তামুলী ফুকন—
Secretary—Assam Lodge.

শ্ৰীগিৰিশ চন্দ্ৰ শৰ্ম্মা—
Secretary—Shillong Lodge.

শ্ৰীসত্যপ্ৰসাদ বৰুৱা
আৰু
শ্ৰীপূণ্যপ্ৰসাদ দুৱৰা
Secretary young Theosophist's Lodge.

# জাননী।

তলত দিয়া কিতাপ কেইখন মোৰ ওচৰত পাব।

| | | | বেচ |
|---|---|---|---|
| (১) | শ্ৰীগুৰু চৰণত | ... ... | ।০ |
| (২) | তেওঁৰ নামত | ... ... | ।০ |
| (৩) | উপাসনা পদ্ধতি | ... ... | ।৶০ |
| (৪) | শ্ৰীমদ্ভগবদ্গীতাৰ অসমীয়া ভাঙনি | ... | ১৲ টকা |
| (৫) | ষট্-দৰ্শন আৰু গীতাৰ চমু আভাস | ... | ।০ |
| (৬) | ভাৰত-সমাজ-পূজা | ... ... | ॥০ |
| (৭) | শ্ৰীবিষ্ণু সহস্ৰ নাম ( অসমীয়া ভাঙনিৰে সৈতে ) | ... | ।০ |

শ্ৰীহৰিপ্ৰসন্ন তামুলী ফুকন
উজানবজাৰ, গৌহাটি।